# বাগ্মীবৰ ফুকনৰ জীৱন-বৃত্ত



শ্ৰীফণীধৰ ৰাজখোৱা



**BAGMIBAR PHUKANAR JIVAN BRITTA:** *A Biography of Shri Nilmani Phukan a veteran writer, politician, social reformer and humanist of Assam, by Shri Phanidhar Rajkhowa, Dergaon, Assam and published by Shri Phanidhar Rajkhowa, Dergaon. First Published January, 1978.*

*Price Rs. 6·50 only.*

---





লেখক—ফণীধৰ ৰাজখোৱা।

প্ৰথম প্ৰকাশ—জানুৱাৰী ১৯৭৮ চন।

প্ৰকাশক—শ্ৰীফণীধৰ ৰাজখোৱা।



পৰিবেষক—গ্ৰন্থপীঠ, এ,টি, ৰোড, গুৱাহাটী

মুদ্ৰক—লুইত প্ৰিণ্টাৰ্চ, নাহৰণি (দেৰগাওঁ)।

মূল্য—ছয় টকা পঞ্চাশ পইচা মাত্ৰ।

বেটুপাত—নৱজীৱন প্ৰেছ, কলিকতাৰ সৌজন্যত।

• • • যাৰ জীৱনৰ অতুল সম্পদ এই গ্ৰন্থৰ সম্বল,
জনসেৱাই যাৰ জীৱনৰ একমাত্ৰ পৰিচয়,

• • জীৱনেই যাৰ ত্যাগৰ এক মূৰ্তিমান প্ৰতীক,
যাৰ সান্নিধ্যত অকণি আলোক দেখা পাওঁ
আৰু অনুপ্ৰাণিত হওঁ;

• সেইজন কৰ্মযোগী, সংগ্ৰামী মনীষী শ্ৰদ্ধেয়
নীলমণি ফুকন ককাৰ কৰকমলত।



—শ্ৰীফণীধৰ ৰাজখোৱা



বৃদ্ধাত্তম জড়সা বিনা
৯৮ বছৰৰ বয়সত কৰা

বাগ্মীবৰ ফুকন ককা আমাৰ মাজৰ পৰা গ'লগৈ— আমাৰ বাবে এই বেদনাৰ বোজা অতি নিদাৰুণ ; অতি অসহ্য !! এই কিতাপখনি ছপাশালত প্ৰস্তুত হৈ উঠিছিল আৰু ককাৰ সম্মতি সাপেক্ষে ২৬ জানুৱাৰীৰ দিনা ককাৰ যোৰহাটৰ বাসভৱনতে আনুষ্ঠানিক ভাৱে উন্মোচন কৰাৰ বাবে ১৯ জানুৱাৰীৰ দিনাই সিদ্ধান্ত কৰা হৈছিল। কিন্তু তাৰ আগতেই ২১ জানুৱাৰীৰ দিনা সেইজন মহাত্মাই নশ্বৰ দেহা এৰি আমাক শোক সাগৰত নিমজ্জিত কৰি গুচি গ'ল ; পূণ্যাত্মাই নিজৰ জীৱন-বৃত্তখনি জীৱন-কালত পুস্তিকা আকাৰত দেখা পাই নগ'ল। ককাৰ সম্মতিলয়েই এই সৰু পুস্তিকাখনি ৰচনা কৰা হৈছিল আৰু পাণ্ডুলিপি ৰূপত আৰু ছপা হোৱাৰ পিছতো গোটেই কথাখিনি তেখেতক পঢ়ি শুনোৱা হৈছিল আৰু তেখেতে এনেদৰেই প্ৰকাশ কৰাত সম্মতিও জনাইছিল। এয়ে আমাৰ সান্ত্বনা। ই ককা ফুকনৰ বাবে নহয় আমাৰ বাবেহে দাৰুণ বেদনাৰ কথা হৈ ৰ'ল। বিদেহী বাগ্মী-কবিৰ আদ্য-শ্ৰাদ্ধৰ পবিত্ৰ মুহূৰ্তত এই জীৱনীখনি শোকাকুল আৰু তেখেতৰ গুণমুগ্ধ সহৃদয় ৰাইজৰ উদ্দেশ্যে আগবঢ়োৱা হ'ল ।

যোৰহাট<br>
২৩ জানুৱাৰী, ১৯৭৮ চন

চৈয়দ আব্দুল মালিক ।

## বাগ্মীবৰ ফুকন ডাঙৰীয়া গ'লগৈ..........

ক'বলৈ মন নাযায়, উপায় নাই; নিয়তিৰ পৰিহাস; ইতিহাসৰ নিষ্ঠুৰ সত্য যে আমাৰ সৰ্বজন পৰিচিত আৰু পূজ্য ককা বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়া আজি আমাৰ মাজত নাই। আমাক সকলোকে শোক সাগৰত এৰি সেই পুণ্যাত্মাই স্বস্থানলৈ গতি কৰিলে। ককাৰ বিয়োগৰ বেদনা ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। এই গৰাকী মনিষীৰ বিয়োগত সমগ্ৰ অসমে হেৰুৱালে এগৰাকী নিষ্ঠাবান অভিভাৱক; যি গৰাকীয়ে প্ৰতিটো জাতীয় সংকটৰ বেলাত সুদৃঢ় নেতৃত্বৰ যোগেদি শুদ্ধ পথৰ সন্ধান দিছিল আৰু এই ক্ষেত্ৰত মই ব্যক্তিগত ভাবে মৰ্মাহত হৈছো। ককাৰ সান্নিধ্য মোৰ বাবে কুবেৰৰ সম্পত্তি আছিল। সেয়ে ককাৰ বিয়োগত মোৰ এক জীৱন্ত উৎস হেৰাই গ'ল। যোৱা ১৯ জানুৱাৰীৰ দিনা ককাৰ যোৰহাটৰ বাস ভৱনতে তেখেতৰ লগত হোৱা আলোচনাত ককাই অহা ২৬ জানুৱাৰীতে জীৱনী-খনি আনুষ্ঠানিক ভাৱে উন্মোচন কৰাৰ পৰামৰ্শ দিছিল। সেই উদ্দেশ্যে পূৰ্বপ্ৰস্তুতিৰ বাবে মোক ২১ জানুৱাৰীৰ দিনা মাতিছিল। মই গ'লো। কিন্তু ককাক জীৱিত অৱস্থাত লগ ধৰিব নোৱাৰিলো। শ্মশানলৈ যোৱাৰ বাটত চিৰশান্তিত শুই থকা ককাক হাজাৰ বাৰ মাতিও জগাব নোৱাৰিলো। ককা চিৰনিদ্ৰাত। যেতিয়া অগ্নিৰ লেলিহান শিখাই চকুৰ প্ৰসাৰতে এক শতিকাৰ ইতিহাস স্বৰূপ ককাক আকোৱালি ল'লে; তেতিয়া বাৰে বাৰে এটা কথাই মোৰ অন্তৰত খুন্দিয়াইছিল যে আজিৰ পৰা চিৰদিনলৈ আমি এজন নিষ্ঠাবান অভিভাৱক আৰু পথ-প্ৰদৰ্শকক হেৰুৱালো।

ককাৰ জীৱন কালতে এই গ্ৰন্থখনি তেখেতৰ হাতত কিতাপ আকাৰত দিব নোৱাৰাটো মোৰ বাবে জীৱন-জোৰা বেদনাৰ বোজা হৈ ৰ'ব। অৱশ্যে ককাক পাণ্ডুলিপি, প্ৰুফ কপি আৰু ছপা হোৱাৰ পিছতো গোটেই কথাখিনি পঢ়ি শুনাইছিলো। ককাই সন্তুষ্টি প্ৰকাশ কৰি এনেদৰেই প্ৰকাশৰ অনুমতি দিছিল। এয়েহে মোৰ সান্ত্বনা। সেয়ে বেদেহী মনিষী গৰাকীৰ আদ্য-শ্ৰাদ্ধৰ পবিত্ৰ মুহূৰ্তত তেখেতৰ জীৱনীখনি তেখেতৰ গুনমুগ্ধ শোকাকুল সহৃদয় ৰাইজৰ হাতত তুলি দিয়াৰ যোগেদিয়েই সেই মহাত্মালৈ মোৰ ভক্তিপূৰ্ণ শ্ৰদ্ধা জ্ঞাপন কৰিছো।

ইতি

শ্ৰীফণীধৰ ৰাজখোৱা

খড়ীয়া, দেৰগাওঁ

২২।১।৭৮

## ককাৰ আশীৰ্বচন

লেখক শ্ৰীফণীধৰ ৰাজখোৱা, যিজন ডেকাক আমি অনেক দিনৰ আগৰ পৰাই জানো, তদুপৰি তেওঁ আমাৰ ওচৰলৈ সদায় আহে; ডেকা-ল'ৰা গতিকে তেওঁৰ নিজৰ কোনো ভৱিষ্যৎ কথা লৈ নিজৰ স্বাৰ্থত আহে বুলি ভাবোঁ। কিন্তু তেওঁ যিমানেই আমাৰ ওচৰ চাপি আহিবলৈ ধৰিলে আমি তেওঁৰ গুন আৰু ভৱিষ্যৎ আশা-ভাৰষা খিনি গম পাই মুগ্ধ হ'লোঁ। ডেকাল'ৰা লেখা-পঢ়া শিকিছে, গতিকে ভৱিষ্যৎ জীৱন কেনেকৈ গঢ়ি তুলি, দেশৰ, দহৰ মাজত তেওঁৰ উচ্চ আকাংখা পূৰ্ণ কৰি এজন সুস্থ, সবল, সমাজত জিলিকি থাকিব পৰা নাগৰিক হৈ উঠিব পাৰে, সেইবিলাক বিষয়ে আমাৰ যত-সামান্য হ'লেও সহায়-সাৰথি বিচাৰি আহিবলৈ ধৰে। কিন্তু তেওঁ যিমানেই আমাৰ ওচৰ চাপিবলৈ ধৰিলে তেওঁক আমি ভুল বুজি আছিছোঁ বুলি ধৰিবলৈ বাধ্য হ'লো। তেওঁৰ আগ্ৰহ দেখি বুজিবলৈ বাকী নেথাকিল যে তেওঁ আমি যত-সামান্য দেশ-সেৱা কামতে লাগি থকাৰ বাবে তেওঁৰ জীৱনবো আদৰ্শ কৰি লোৱাৰ প্ৰয়াস কৰিছে আৰু ভাৰতৰ সমাজত সমাজেহে আচল গণতন্ত্ৰৰ ভেটি, ৰজা মাত্ৰ দেশখনক বহিৰাগত শত্ৰুৰ পৰা ৰক্ষা কৰোঁতা, এই কথা তেওঁ ল'ৰাকালতে বুজি উঠিছে। সেই গতিকে স্বভাৱতে তেওঁ আমাৰ সামান্য দেশ-সেৱাকে তেওঁৰো আদৰ্শ হিচাপে গ্ৰহণ কৰিছে। লগতে সাহিত্য সেৱাও ভাৰতৰ জনসাধাৰণৰ আদৰ্শনীয়, গণতন্ত্ৰৰ ভেটি স্বৰূপ এই কথাও তেওঁ বুজি উঠিছে। সেই কাৰণেই তেওঁ অতিশয় আগ্ৰহান্বিত হৈ আমাৰ ক্ষুদ্ৰ জীৱনকো লেখিবলৈ অনুমতি বিচাৰে। আমিও তেওঁৰ হেঁপাহৰ জোখেৰে অনুমতি দিলোঁ। কাৰণ আমি ভাবিছোঁ এই ছাত্ৰ অৱস্থাতে আমাৰ লেখিবলগীয়া কোনো বিশেষ কথা নথকা সত্বেও তেওঁ যে আন্তৰিক আগ্ৰহ দেখুৱাইছে, সেই আগ্ৰহ, সেই অনুপ্ৰেৰণাত আমি চেঁচা পানী ঢালিব নুখুজিলোঁ। অনুমতি দিলোঁ। বোপা! লেখিব পাৰা। অন্ততঃ তুমি তোমাৰ জীৱন, সাহিত্য আৰু অন্যান্য ক্ষেত্ৰত দেশ-সেৱাৰ যোগেদি আগলৈ হয়তো ভগৱৎ-কৃপাত দেশৰ,

(খ)

সমাজৰ এজন আদৰ্শ পুৰুষ হৈ উঠিবা। তেতিয়াৰ পৰা তেওঁ মাজে-সময়ে আহি আমি কৈ যোৱা উত্তৰবোৰ লেখি লয়। তাৰ ভেটিতে এই পুস্তিকাখনি তেওঁ লেখি উলিয়াইছে। এই পুস্তিকা-সম্বন্ধে দেশৰ যোগ্যতম সাহিত্যিকসকলেও শুভেচ্ছা জনোৱা দেখি আমি আশান্বিত হৈছো যে এই ডেকাজন এদিন সেইসকলৰ সমকক্ষ হৈ উঠিব। গতিকে আমাৰ এই জীৱনীখনি তেওঁৰ প্ৰথম সাহিত্য সাধনাৰ সামান্য আলম বুলি ধৰিছোঁ। তেওঁৰ এই অৱলম্বন সাৰ্থক হওক আমি ইয়াকে আশীৰ্বাদ দি ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনালো। তেওঁ ভৱিষ্যৎ দেশৰ, দহৰ, নিজৰ পৰিয়ালৰ সেৱাত আত্মনিয়োগ কৰি 'ধন্য নৰতনু' সাৰ্থক কৰক। 'দেৱতা বাঞ্চিত ভাৰত বৰিষে জন্ম গ্ৰহণ কৰি' নিজৰ মনুষ্য জীৱন সাৰ্থক কৰক।

যোৰহাট — শ্ৰীনীলমণি ফুকন।

মাঘবিহু, ১৯৭৮ চন

# আগকথা

জীৱনকালতে সাধুকথালৈ ৰূপান্তৰিত হোৱা দীৰ্ঘায়ু অসমীয়া বিশিষ্ট ব্যক্তিসকলৰ ভিতৰত শ্ৰদ্ধাভাজন নীলমণি ফুকনদেৱ অন্যতম। কোনো মানুহ বহুবছৰ জীয়াই থকাটো কোনো বৈশিষ্ট্যপূৰ্ণ কথা নহয়, যদি সেই জীৱন সামাজিক উদ্দেশ্যত উৎসৰ্গীকৃত নহয় আৰু সেই জীৱনে সমাজৰ শিক্ষা, সংস্কৃতি, ভাৱাদৰ্শ, সামাজিক বিৱৰ্তন অথবা বিকাশৰ নিচিনা ক্ষেত্ৰবোৰলৈ কোনো উল্লেখযোগ্য বৰঙণি আগ নবঢ়ায়।

শ্ৰীযুত ফুকনদেৱৰ দীঘলীয়া জীৱনৰ বিশেষত্বও সেইখিনিতে। তেখেতৰ ব্যক্তিগত জীৱন বুলি এটা স্বকীয়া জীৱন নায়েই বুলিব পাৰি। তেখেতৰ জীয়াই থকা বৃহত্তৰ সমাজখনৰ কাৰণে জীয়াই থকা। অসমীয়াৰ তথা ভাৰতীয়ৰ আত্মপ্ৰতিষ্ঠা, বিকাশ আৰু সামাজিক, আধ্যাত্মিক আৰু ঐহিক সমৃদ্ধিৰ কাৰণে নিজৰ জীৱনৰ সকলো কৰ্ম, চিন্তা আৰু স্বপ্নক উৎসৰ্গা কৰা এনে জীৱন বিৰল।

শ্ৰীমান ফণীধৰ বাজখোৱাই শ্ৰদ্ধেয় ফুকনদেৱৰ জীৱনৰ কেইটা-মান দিশৰ ওপৰত আলোকপাত কৰি তেখেতৰ সম্পৰ্কে যুগুতোৱা প্ৰবন্ধেৰে এখন কিতাপ প্ৰকাশ কৰাৰ মনস্থ কৰিছে। ই এটা সৎ-প্ৰচেষ্টা। প্ৰবন্ধকেইটা মই পঢ়িলোঁ। লেখকে নিচেই কাষৰে এজন পৰিচিত লোকৰ বিশিষ্ট প্ৰতিভা আৰু অৱদানৰ সম্যক মূল্যায়নৰ যত্ন কৰিছে। এই ক্ষেত্ৰত তেওঁ পাৰ্যমানে নিৰপেক্ষ হ'বৰ প্ৰয়াস কৰিছে আৰু অযথা প্ৰশংসাবাদেৰে লেখনিৰ আকাৰ বঢ়োৱাৰ চেষ্টা কৰা নাই। সাংবাদিকতা, সমাজসেৱা, ৰাজনীতি, সাহিত্য আদি বিভিন্ন ক্ষেত্ৰলৈ ফুকনদেৱৰ অৱদানৰ বিষয়ে আৰু সেইবোৰৰ লগত তেখেতৰ সক্ৰিয় সম্বন্ধৰ বিষয়ে লেখকে যত্ন সহকাৰে আলোচনা কৰিছে। শ্ৰীযুত ফুকন-দেৱৰ এই পৰিচিতিৰ মাজেদি অসমৰ যোৱা প্ৰায় আধা শতিকাৰ এটা স্পষ্ট ছবিৰ আভাস পোৱা যায়।

জীৱনী লেখা কথাটো সহজ নহয়। এজন জীৱিত বিশিষ্ট ব্যক্তিৰ জীৱনী লেখাতো আৰু টান কাম। আনুপাতিক সমতা ৰক্ষা কৰি বিষয়বস্তুৰ প্ৰতি সুবিচাৰ কৰাৰ যি অৱশ্যকতা জীৱনী ৰচনাৰ কাৰণে একপ্ৰকাৰ অপৰিহাৰ্য, শ্ৰীৰাজখোৱাই তাৰ প্ৰতি সজাগ দৃষ্টি ৰাখিব পৰাতো প্ৰশংসনীয় কথা।

অসমৰ ৰাইজে এজন উদ্যমী ডেকা লেখকৰ এই প্ৰচেষ্টাক সাদৰ স্বাগত জনাব বুলি আশা কৰিলোঁ। ফুকনদেৱ নিজৰ বিষয়ে সদায় সজাগ। আশা কৰোঁ ৰাজখোৱাৰ লেখনিৰ মাজেদি ব্যক্ত হৈ উঠা বিশিষ্ট ব্যক্তিজনৰ নিজৰ ব্যক্তিত্বৰ এটা নিৰ্ভৰযোগ্য প্ৰতিফলন হৈছে বুলি গ্ৰহণ কৰাত শ্ৰদ্ধেয় ফুকনদেৱে অনাস্থা প্ৰকাশ নকৰিব।

এনেধৰণৰ ৰচনাকাৰ্যত শ্ৰীমান ফণীধৰ ৰাজখোৱাই আত্মনিয়োগ কৰি আমাৰ ভাষা-সাহিত্যক সমৃদ্ধ কৰক এই আশা কৰিলোঁ।

যোৰহাট
৫ জানুৱাৰী ১৯৭৮ চন

চৈয়দ আব্দুল মালিক



## এটি চিনাকী

যি জীৱন এক মহত্বপূৰ্ণ অনুষ্ঠানৰ দৰে, যি জীৱন সহস্ৰজনৰ বাবে উৎসৰ্গিত আৰু সহস্ৰজনৰ মাজত যি ব্যাপ্ত; স্বদেশ-স্বজাতি আৰু মাতৃ-ভাষাৰ পূজাৰ বেদীত যাৰ জীৱনৰ ৰক্তজবা পাহি নিতৌ উৎসৰ্গিত, যি গৰাকী চিৰকৌমাৰ্যব্ৰতীৰ দেশখনেই নিজৰ ঘৰ সংসাৰ আৰু প্ৰতিটি ফুল-কুমলীয়া যুৱক যাৰ সন্তানৰ দৰে, যি গৰাকীৰ কথা আৰু আচৰণৰ দৰেই হৃদয়ো স্বচ্ছ, উদাৰ, মহান; যি জীৱদ্দশাতে এক বিশাল ইতিহাসৰ সাক্ষী, যি এক মহান ঐতিহ্যৰ বাহক, যি শত সহস্ৰ অসমীয়া যুৱক-দলৰ প্ৰেৰণাৰ উৎস, যাৰ জীৱনেই এক ত্যাগৰ মূৰ্তিমান প্ৰতীক, যি এক উন্নত কৰি মানসৰ অধিকাৰী, যি এক দাৰ্শনিক; যি গৰাকী ৰাজ-নীতিবিদে ত্যাগ আৰু জনসেৱাৰ বাবেই কেৱল ৰাজনীতি কৰি দেখুৱালে, যাৰ কণ্ঠই আমাক উদ্দীপ্ত কৰিলে, যি মহত্ব আৰু পৱিত্ৰতাৰ এক জলন্ত আদৰ্শ, সেইজন দেশখনৰে ককা দেউতা ভীষ্মপ্ৰতীম শ্ৰীনীলমণি ফুকন ডাঙৰীয়াৰ সমান আপোন মানুহ সমকালীন অসমীয়া সমাজত আৰু কোন হ'ব পাৰিছে ?

সেই একেজন মানুহ যি স্কুল প্ৰতিষ্ঠা কৰিলে, স্বৰাজ-আন্দোলনত লাগিল, চাহ বাগিচা প্ৰতিষ্ঠা কৰিলে, বিধান সভালৈ গ'ল, অসম সাহিত্য সভাৰ নেতৃত্ব দিলে, সাংবাদিকতা কৰিলে 'মিতুৰ আশ্ৰম' পাতিলে, ভূদান আন্দোলন কৰিলে, শংকৰী সাহিত্য-দৰ্শন চৰ্চা কৰিলে, কবিতা লেখিলে, মনোজ্ঞ প্ৰবন্ধ-পাতি লেখিলে, শান্তি-সংহতিৰ কামত বিশ্বৰ প্ৰান্তই প্ৰান্তই ভ্ৰমিলে, অথচ যাৰ চকুত ক্লান্তি লেশ মাত্ৰও দেখা নগ'ল; সেইজন কোন হ'ব পাৰে ? নিশ্চয় তেওঁ বাগ্মীকবি নীলমণি ফুকনেই হ'ব লাগিব।

অথচ এই গৰাকীৰ ব্যক্তিৰ পূৰ্ণাংগ জীৱন-বৃত্ত এখন অদ্যাবধি লেখা নহল। ফুকন ডাঙৰীয়াৰ জীৱনী কেৱল তেওঁৰ জীৱন-সম্পৰ্কীয় তথ্যৰ দ্বাৰাই হে পৰিপূৰ্ণ হ'ব এনে কথা নহয়; সুদীৰ্ঘ এটা শতাব্দীৰ বিস্তৃত সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক ইতিহাসৰ এখন বাস্তৱ-ধৰ্মী দলীল হৈ পৰিলহেঁতেন। কোনোবা সুযোগ্যজনে সেই কাৰ্য হাতত বাৰু নল'লে কিয় ?

শ্ৰীফণীধৰ ৰাজখোৱা নতুন লেখক। বয়সো কম। আমি জনাত

ককা ফুকনৰ জীৱনালেখ্য প্ৰণয়নেই লেখা-মেলাৰ ক্ষেত্ৰত তেওঁৰ প্ৰথম পদক্ষেপ হ'ব। কিন্তু তেওঁৰ বিষয় নিৰ্বাচন নিশ্চয় শলাগিবলগীয়া হৈছে। তেওঁ অকলে অকলে নিৰৱে ককা ফুকনৰ জীৱন সম্পৰ্কীয় তথ্য-পাতি বিভিন্ন ঠাইৰ পৰা বুটলিছে। নিতান্তই স্নেহ আৰু সৰলতাবশতঃ ককা ফুকনে নিজ মুখে তেখেতৰ বিচিত্ৰ জীৱনৰ সুদীৰ্ঘ ইতিহাস শ্ৰীফণীধৰ ৰাজখোৱাক কৈ শুনাইছে। ককাৰ নিজ মুখৰ পৰা সেই বিশাল ইতিহাস এফালৰ পৰা শুনিবলৈ পোৱাটোও শ্ৰীৰাজখোৱাৰ বাবে সৌভাগ্যৰ কথা বুলিব লাগিব। কিন্তু সেই বিশাল ইতিহাস পাৰ্যমানে সংক্ষেপ কৰি এই জীৱনী গ্ৰন্থ লিখি উলিওৱা হৈছে। এই কাম কিমান জটিল হ'ব পাৰে তাক কোৱা বাহুল্য মাথোন। কিন্তু শ্ৰীফণীধৰ ৰাজখোৱাৰ প্ৰথম প্ৰয়াস সত্বেও লেখাখিনিত পৰিপাটী আৰু আকৰ্ষণ অব্যাহত হৈ ৰৈছে।

জীৱন কালত ককা এশ-এবুৰি ক্ষেত্ৰত জড়িত। জীৱনীলেখকে সেই সেই বিষয় প্ৰসঙ্গক্ৰমে উল্লেখ কৰি সিবোৰত ককাৰ প্ৰতিভাৰ জিলিঙনিৰ স্পৰ্শ ব্যাখ্যা কৰাৰ প্ৰয়াস কৰিছে। সম্ভৱস্থলত সকলো প্ৰসঙ্গ কম পৰিসৰৰ ভিতৰত সামৰিব পৰাটো নতুন লেখকজনৰ কৃতিত্ব বুলি ক'ব লাগিব। বিভিন্ন ক্ষেত্ৰত বিভিন্ন প্ৰসঙ্গত ককাৰ ধাৰণা নিজৰ বক্তব্যৰে দাঙি ধৰি বিষয় সমূহ পৰিস্কাৰ ভাৱে আলোচনা কৰা হৈছে। ককাৰ পৰিয়ালৰ ঐতিহ্য আৰু ইতিহাস বৰ্ণনা কৰোতে অনেক জানিবলগীয়া কথা লেখকে অৱতাৰণা কৰি সাধাৰণ পাঠকক সেই বিষয়বোৰ সুন্দৰভাৱে অৱগত কৰিব পাৰিছে। শেষৰফালে সংযোজিত ককাৰ জীৱনপঞ্জী আৰু ৰচনাপঞ্জী দিয়াটো ভাল হৈছে।

নতুন লেখক শ্ৰীফণীধৰ ৰাজখোৱাই সহজ-সৰল কথন ভংগীৰে বিষয় বস্তু উপস্থাপন কৰিছে। আমাৰ জাতীৰ জীৱনৰ ভীষ্ম সদৃশ ব্যক্তিজনাৰ জীৱন বুৰঞ্জী লেখি আমাক আৰু ককা ফুকন ডাঙৰীয়াক উপহাৰ দি শ্ৰীৰাজখোৱা অভিনন্দন লাভৰ যোগ্য হৈছে। তেওঁৰ এই চৰ্চা অব্যাহত থাকিলে উত্তৰোত্তৰ কৃতকাৰ্যতা লাভ কৰিব বুলি গ্ৰন্থখনিয়ে আমাক প্ৰত্যয় জন্মাৱ পাৰিছে।

১ জানুৱাৰী, ১৯৭৮ চন।
দেৰগাওঁ

ইতি
শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰা।

# কিতাপখনৰ বিষয়ে একেষাৰ

অসমৰ জাতীয় জীৱনৰ অলেখ সৰু-বৰ বাৰে-ৰবণীয়া অভিজ্ঞতাৰে সমৃদ্ধ প্ৰায় সুদীৰ্ঘ এটা শতিকাৰ জীৱন্ত বুৰঞ্জী স্বৰূপ ভীষ্ম প্ৰতীম সৰ্বজন পৰিচিত, সমাদ্ৰিত ককা শ্ৰীনীলমণি ফুকনদেৱৰ বৈচিত্ৰময় জীৱনটোৰ বিষয়ে নিচেই ওচৰৰ পৰা জানিবলৈ বহুত দিনৰ পৰা এটা হাবিয়াস আছিল। তেখেতৰ অক্লান্ত কৰ্মপ্ৰেৰণা, অফুৰন্ত কৰ্মশক্তি আৰু নিস্বাৰ্থ জনসেৱাৰ আদৰ্শই মোক তেখেতৰ বিষয়ে জানিবলৈ অন্তপ্ৰেৰণা যোগাইছিল।

এদিন বুকুত সাহ বান্ধি ককাক এই কথা ব্যক্ত কৰিলোঁ—মই তেখেতৰ জীৱন সম্পৰ্কে সবিশেষ জানিবলৈ ইচ্ছা কৰোঁ, যদি দয়া কৰি অনুমতি দিয়ে; তাক লিপিবদ্ধ কৰাৰো ইচ্ছা আছে। ককাই কিয় নাজানো, দয়া কৰি মোক অনুমতি দিলে আৰু লেখাৰ আৰম্ভ কৰিলো; তাৰেই ফলস্বৰূপে এই সৰু পুথিখনৰ জন্ম সম্ভৱ হ'ল।

যদিও এই কাম মোৰ বাবে পঙ্গুজনে পৰ্বত আৰোহণ কৰাৰ নিচিনা দুঃসাহসৰ কাম বুলি জানো তথাপি সুধীজনৰ পৰামৰ্শ পাই বুকুত সাহ বান্ধি আগবাঢ়িলো। ফুকন ককাৰ দৰে এজন মহান ব্যক্তিৰ এক শতিকা জোৰা জীৱনৰ ঘটনাৱলী আৰু প্ৰতিভা মোৰ অক্ষম লেখনিয়ে কেতিয়াও সমুজ্জল কৰিব পৰা নাই বা নোৱাৰো, এই কথা মই বিনা দ্বিধাই স্বীকাৰ কৰিছো। তথাপি যত্নৰ ত্ৰুটী নকৰি ককা প্ৰায়ে অসুস্থ থকাৰ বাবে অ'ৰ-ত'ৰ পুৰণি বাতৰি, কিতাপ আদিৰ পৰা বুটলি, ককাৰ পৰাও সুধি ককাৰ জীৱন আৰু প্ৰতিভাৰ এটা সম্যক আভাস দিয়াৰ চেষ্টা কৰা হৈছে। প্ৰত্যেক আধ্যায় ককাৰ কবিতাৰ পংক্তি চয়নেৰে আৰম্ভ কৰা হৈছে।

এই ক্ষেত্ৰত প্ৰথমেই সু-সাহিত্যিক অধ্যাপক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰাদেৱৰ নাম ল'ব লাগিব। তেখেতৰ পৰা সৰ্বতোপ্ৰকাৰৰ উপদেশ, সহায়-সহানুভূতি নোপোৱা হ'লে হয়তো এই কাৰ্যত কিমানদূৰ কৃতকাৰ্য হ'লোহেঁতেন তাক ঠিক কোৱা টান। ইয়াৰ উপৰিও তেখেতে কিতাপখনিৰ পাণ্ডুলিপি পঢ়ি চাই 'এটি চিনাকী' নামেৰে এটি সুন্দৰ পাতনি লিখি সহায় কৰিছে। অসম সাহিত্য সভাৰ সভাপতি সু-সাহিত্যিক কথাশিল্পি চৈয়দ আব্দুল মালিকদেৱেও কিতাপখনিৰ পাণ্ডুলিপি পঢ়ি চাই এটি মতামত লিখি দিয়াৰ উপৰিও তেখেতৰ অত্যন্ত ব্যস্ততাৰ মাজতো সময়ে-সময়ে দিহা-পৰামৰ্শ দি উৎসাহিত কৰিছে। অসম সাহিত্য সভাৰ প্ৰাক্তন

প্ৰধান সম্পাদক সু-সাহিত্যিক শ্ৰীনগেন শইকীয়াদেৱে এখনি বিষয়সূচী যুগুতাই দিয়াৰ উপৰিও এই ক্ষেত্ৰত অনেক দিহা-পৰামৰ্শ আৰু কিতাপখনৰ খুট-নাটি চাই দি সহায় কৰিছে। মই তেখেত সকল তিনিও গৰাকীৰ ওচৰত চিৰঋণী হৈ ৰ'লো।

'নীলমণি ফুকনৰ চিন্তাধাৰা'; 'কবি শিৰোমণি ককা বাগ্মীবৰ ফুকন' আৰু 'বাৰ্লিনত কি দেখিলো' নামৰ কিতাপ কেইখনিৰ পৰা কিছু অংশ উদ্ধৃত কৰি এই গ্ৰন্থৰ শেষৰ ফালে ককাৰ পৰামৰ্শ মতে ব্যৱহাৰ কৰা হৈছে। সেয়ে এই চেগতে সেই কেউগৰাকী লেখক লৈ কৃতজ্ঞতা জনালো। বেটুপাত অংকন আৰু ছপা কৰি সহায় কৰাত নৱজীৱন প্ৰেছৰ শলাগ ল'লো। কিতাপৰ ভিতৰত দিয়া ফটো খিনিৰ ব্লকখিনি দি সহায় কৰাত শ্ৰীযুত মুনীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাদেৱৰ ওচৰত কৃতজ্ঞ। ইয়াৰ উপৰিও যিসকলৰ পৰা সহায়-সহানুভূতি পাইছিলো সেই সকলোটিলৈকে কৃতজ্ঞতা জ্ঞাপন কৰিছো।

ককা ফুকনদেৱে তেখেতৰ বিচিত্ৰ জীৱনৰ কথা মোক কৈ আৰু লেখিবলৈ অনুমতি দিয়াৰ উপৰিও এটি আশীৰ্বচন দি তেখেতৰ ওচৰত চিৰঋণী কৰিলে।

কিতাপখনিত যদি কিবা বঢ়া-টুটা হৈছে বা সেই পুৰুষ গৰাকীৰ প্ৰতিভা প্ৰকাশ কোনোৱা খিনিত ম্লান হৈছে বা পূৰ্ণ প্ৰকাশ হোৱা নাই তাৰ বাবে মই ককা ফুকনদেৱ আৰু পাঠক সমাজৰ ওচৰত ক্ষমা ভিক্ষাৰী হৈ ৰ'লো। অনিচ্ছাকৃতভাৱে ছপাকাৰ্যত হৈ যোৱা ভুলৰ বাবে মই ক্ষমা প্ৰাৰ্থী হ'লো।

অধিক ব্যস্ততাৰ মাজতো কিতাপখন প্ৰকাশৰ ক্ষেত্ৰত নাহৰণিৰ লুইত প্ৰিণ্টাৰ্চে খৰ-খেদাকৈ ছপা কামখিনি কৰি দিয়াৰ দায়িত্ব লোৱাত কিতাপখনি ইমান সোনকালে ৰাইজৰ হাতত তুলি দিব পৰা হ'ল। এই সুযোগতে সংশ্লিষ্ট সকলো কৰ্মকৰ্তালৈকে মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

ককাৰ সুদীৰ্ঘ জীৱন কামনা কৰি শেষত তেখেতলৈ পুনৰ সশ্ৰদ্ধ প্ৰণিপাত জনালো।

মাঘবিহু, ১৯৭৮ চন
খঢ়ীয়া, দেৰগাওঁ।

ইতি
শ্ৰীফণীধৰ বাজখোৱা।

## সূচীপত্ৰ

বিষয় পৃষ্ঠা



———

# অৱতৰণিকা

## ঃ শতিকাৰ ইতিহাস ফুকন ককা ঃ

**পৃথিৱীলৈ** বহুত মানুহ আহে আৰু যায়। কিন্তু একোজন বিশেষ মানুহৰ খোজ সময়বালিত আদর্শ স্বৰূপে যুগমীয়া হৈ থাকি যায়। তেনে সিংহ-পুৰুষৰ সংখ্যা তেনেই নগণ্য। এনে এজন বহু-মুখী প্ৰতিভাসম্পন্ন স্পষ্টবাদী, অমায়িক, গহীন অথচ সৰল, মৰমীয়াল সাধু পুৰুষ অসমৰ পিতামহ স্বৰূপ প্ৰবীণ কবি, প্ৰবন্ধকাৰ, ৰাজনীতি-বিদ্, চিন্তানায়ক শ্ৰীনীলমণি ফুকন। ডিব্ৰুগড়ত ১৮৮০ চনত ইং ২২ জুনত জন্মগ্ৰহণ কৰা শ্ৰীনীলমনি ফুকন এতিয়া অসমৰ এশৰছৰীয়া 'ককা'।

সেই শুভ্ৰ খদ্দৰ চুৰিয়া আৰু কুৰ্তা, মূৰত গান্ধী টুপী পৰিহিত ফুকনদেৱক যেতিয়া সন্মুখৰ খোটালীৰ দীঘলীয়া আৰামী চকীখনত বহি থকা দেখা যায় তেতিয়া তেখেতক ঋষি ঋষি যেন লাগে। দেখাত তেখেতক এজন শতিকাৰ ধুমুহাত জৰাজীৰ্ণ হোৱা লোক যেন লাগে। কিন্তু তেখেতে উদাত্ত কণ্ঠে অনৰ্গল কোনো এটা বিষয়ৰ সম্পৰ্কে স্পষ্ট ভাৱে কৈ যাব পাৰে। তেখেতৰ মাতত কোনো অস্পষ্টতা বা জড়তা নাই, বৰঞ্চ আজিৰ এজন ডেকাতকৈও তেখেতৰ মাত বেছি স্পষ্ট আৰু ডাঙৰ। তেখেতৰ মনোবল চিৰ-তৰুণ। তেখেতে এতিয়া জীৱনৰ বিয়লি বেলাতো নানা জন-হিতকৰ কাম কৰিবলৈ মনত হেপাহ পুহি ৰাখিছে। তেখেত এতিয়াও সম্পূৰ্ণ আশাবাদী। তেখেতে ভাবে, তেখেতৰ কাম সম্পূৰ্ণ নোহোৱাকৈ তেখেত মৰিব নোৱাৰে। এতিয়া এই বয়সত প্ৰায় শয্যাশায়ী অৱস্থাতো এশ-এবুৰি আঞ্চলিক, প্ৰাদেশিক, সৰ্বভাৰতীয় তথা আন্তঃৰাষ্ট্ৰীয় সমস্যাৰ লগত জড়িত থাকি জনহিতকৰ কামত লাগি আছে। তেখেতৰ ৯৭ বছৰ বয়সতো গুৱাহাটী, নলবাৰী আদিলৈ গৈ সভা-সমিতি কৰাৰ যি সাহস, সি কম কথা নহয়। ই তেখেতৰ বলিষ্ঠ আৰু সুদৃঢ় মনোবলৰে পৰিচায়ক।

তেখেতে এতিয়া ৯৭ বছৰৰ দেওনা পাৰহৈ ৯৮ বছৰত ভৰি দিছেহি। শ্ৰীফুকনদেৱ প্ৰায় এটা শতিকাৰ অসমৰ এক জীৱন্ত বুৰঞ্জী আৰু আদৰ্শৰ জীৱন্ত প্ৰতীক স্বৰূপ। ককাই এই ৯৮ বছৰৰ সুদীৰ্ঘ জীৱনকালত

নানা ধৰণৰ সমস্যাৰ লগত জড়িত থাকি যথেষ্ট অভিজ্ঞতা অৰ্জন কৰিছে। জৰ্জ স্কুলৰ প্ৰতিষ্ঠাৰ পৰা শিক্ষকতা, সাংবাদিকতা, সাহিত্য-সাধনা, বাৰখনৰো অধিক স্কুল প্ৰতিষ্ঠা, গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ আন্দোলন, অসহযোগ আন্দোলন আৰু মিত্ৰৰ আশ্ৰমলৈকে; সংৰক্ষিণী সভা, সদাচাৰ সমিতি, মদ নিবাৰণ, ভূদান আৰু গ্ৰামদান আন্দোলন, কৈৱৰ্তসভাৰ পৰা মটক সভালৈকে; অসম কাউন্সিলৰ সদস্যৰ পৰা অসম বিধান সভাৰ সদস্যলৈকে এশ-এবুৰি জনকল্যাণমূলক কামত জড়িত আছে। এই বয়সতো তেখেত এটা কৰ্ম-চঞ্চল অৱস্থাত আছে। ভাবিলে আচৰিত লাগে। মানুহজনৰ গাত যেন এটা আচৰিত শক্তি আছে।

শ্ৰীফুকনদেৱ এজন ব্যক্তি হৈ থকা নাই, তেখেত এটা অনুষ্ঠান স্বৰূপ হৈ পৰিছে। তেখেতৰ কৰ্মক্ষেত্ৰৰ পৰিধি ইমান ব্যাপক যে তাক এটা প্ৰৱন্ধত সামৰা সম্ভৱ নহয়। কেৱল প্ৰত্যেকটো দিশ উন্মুকিওৱাটোও কষ্টসাধ্য।

শ্ৰীফুকনদেৱে ডিব্ৰুগড়ত হাইস্কুলীয়া শিক্ষা, কলিকতা, গুৱাহাটী আৰু কোচবিহাৰত কলেজীয়া শিক্ষা আৰু কলিকতাত বি, এল, পঢ়ে। কলেজীয়া শিক্ষা শেষ কৰাৰ পাছত ঘূৰি আহি বুকাৰ ওৱাশ্বিংটন (Booker Washington)ৰ জীৱনাদৰ্শেৰে অনুপ্ৰাণিত হৈ জৰ্জ ইনষ্টিটিউট প্ৰতিষ্ঠা কৰাৰ সপোন দেখে। আৰু তেখেতৰ অক্লান্ত পৰিশ্ৰম, আত্মবিশ্বাস, শিক্ষা প্ৰসাৰৰ মনোভাৱ আৰু আশাশুৱীয়া প্ৰচেষ্টাৰ ফলত তেতিয়াৰ দিনত ডিব্ৰুগড়ত জৰ্জ ইনষ্টিটিউট প্ৰতিষ্ঠাৰ সপোন বাস্তৱত পৰিণত হ'ল। কিছুমানলোকে তাৰ বিৰোধিতা নকৰাকৈও থকা নাছিল। কিন্তু তেখেতৰ অদম্য কৰ্মশক্তি আৰু বুদ্ধিৰ আগত সকলো ব্যৰ্থ হৈ গৈছিল। তেখেত সেই স্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক আছিল। তেখেতৰ দিনতে জৰ্জ হাইস্কুলক এখন আগশাৰীৰ আদৰ্শ স্কুলত পৰিণত কৰিবলৈ কঠোৰ চেষ্টা কৰিছিল।

তেখেত এগৰাকী আদৰ্শ শিক্ষক। তেখেতে শিক্ষাদান আৰু স্কুল পৰিচালনা নিৰ্ভীক আৰু সুচাৰুৰূপে কৰি যাব পাৰিছিল। ইয়াৰ বাহিৰেও তেখেতে প্ৰায় ২০ খনৰো অধিক স্কুল প্ৰতিষ্ঠাৰ পৃষ্ঠপোষকতা কৰিছিল। তেখেতৰ একান্ত প্ৰচেষ্টা আৰু সক্ৰিয় সহযোগত সেই বিলাকে ঠন ধৰি উঠিছিল।



ৰায়বাহাদুৰ স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱাদেৱৰ পৃষ্ঠপোষকতাত যোৰহাটত প্ৰথমে সাপ্তাহিক, পিছলৈ প্ৰথম অসমীয়া দৈনিক বাতৰি কাকত "বাতৰি"ৰ ফুকন সম্পাদক হয়। আৰু 'বাতৰি'ৰ মাধ্যমেৰে সাংবাদিক জীৱনৰ গঢ় লয়। তেখেতৰ সহযোগী হিচাপে শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাদেৱক চেনাইৰাম হাইস্কুলৰ পৰা মতাই আনি 'বাতৰি'ৰ সহযোগী সম্পাদক নিযুক্ত কৰে। তেখেতৰ লগত সংবাদ জগতৰ অন্যতম্ শেষত 'আসাম-ট্ৰিবিউন'ৰ সম্পাদক হিচাপে ভাৰতৰ নামজলা সাংবাদিক সকলৰ অন্যতম্ স্বৰ্গীয় লক্ষ্মীনাথ ফুকনদেৱ আৰু শ্ৰীবেণুধৰ শৰ্মাদেৱো জড়িত আছিল। শ্ৰীফুকনদেৱে তেখেতৰ বলিষ্ঠ লেখনিৰ যোগেদি 'বাতৰি'ৰ মাধ্যমেৰে নানা সমস্যা নিৰ্ভীক ভাৱে দাঙি ধৰিছিল। 'বাতৰি'য়ে অসমীয়া ৰাইজৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। আৰু অসমীয়া ৰাইজৰ মনত আশাৰ বেঙনি আৰু উজ্জ্বল ভৱিষ্যতৰ প্ৰতিশ্ৰুতি বহন কৰিব পাৰিছিল। প্ৰায় পাঁচ বছৰ নিয়মিতৰূপে 'বাতৰি' চলি আছিল। শেষত বিভিন্ন কাৰণত 'বাতৰি'ৰ মৃত্যু ঘটে। বৰ্ত্তমান আমি হাতে ঢুকি পোৱাত থকা ন-পুৰণি অনেক গ্ৰন্থাগাৰত বিচাৰিও 'বাতৰি'ৰ এটিও সংখ্যা পোৱা নগ'ল। ককাৰ লগতো একপিও নাই। তেখেত জেইলত থকাৰ সময়ত ঘৰত কাম কৰা ল'ৰাই কি কৰিলে ঠিক নাই। এবছৰমানৰ আগতে বুৰঞ্জীবিদ্ শ্ৰীযুত বেণুধৰ শৰ্মাই অ'ত ত'ত বিচাৰি আনি ৫৮ সংখ্যা 'বাতৰি'ৰ সম্পাদকীয়খিনি গোটাই 'বাতৰিৰ বিভূতি' নাম দি এটা পাণ্ডুলিপি কৰি এটি সুন্দৰ পাতনিৰে সৈতে ককাৰ হাতত দিলে। অসম সাহিত্য সভাই সেই গ্ৰন্থ ছপাই উলিয়াইছে। তাত থকা সম্পাদকীয়খিনি বৰ্ত্তমান সমস্যাৰ উদ্ভৱ আৰু সমাধানৰ ভৱিষ্যৎ বাণী বুলিব পাৰি। 'সাদিনীয়া অসমীয়া' ফুকনদেৱৰ সম্পাদিত কাকত। ইয়াৰ উপৰিও মাহেকীয়া 'আলোচনী', 'ন জোন' আদি পত্ৰিকা সম্পাদন কৰিছিল।

শ্ৰীফুকনদেৱৰ কবি-সাহিত্যিক হিচাপে এখন বেলেগ আসন আছে। তেখেতে সমাজকল্যাণ মূলক কামৰ বাহিৰেও ভালেকেইখন কবিতাপুথি, তত্ত্বমূলক প্ৰৱন্ধৰ কিতাপ, বিভিন্ন আলোচনী আৰু বাতৰি কাকতৰ পৃষ্ঠাত লিখা অনেক চিন্তা গধুৰ প্ৰৱন্ধেৰে অসমীয়া ভাষা সাহিত্যৰ বেদী নানা বৰণীয়া পুষ্পেৰে ওপচাই দিছে। তেখেতৰ কবিতা আৰু প্ৰবন্ধ কেৱল মাত্ৰ

সংখ্যাতে সৰহ এনে নহয়, গুণগত ভাৱেও ইয়াৰ স্থান উচ্চ। তেখেতৰ কবিতাপুথি জ্যোতিকণা, মানসী, গুটিমালি, জিঞ্জিৰি, অমিত্ৰা, সন্ধানী, শতধাৰা, আহুতি, মৰাডালৰ কুঁহিপাত আৰু কীৰ্ত্তনৰ লৰণ আদি উল্লেখনীয়। চিন্তাগধুৰ প্ৰবন্ধ ধাঁজিৰ গ্ৰন্থৰ ভিতৰত সাহিত্যকলা, মহাপুৰুষীয়া ধৰ্ম, শংকৰৰ ভক্তিমাৰ্গ, চিন্তামণি আদি উল্লেখ কৰিব পাৰি।

তেখেত অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী কৰ্ণধাৰ। তেখেত অসমীয়া ভাষাৰ একমাত্ৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত। তেখেতে নিজৰ সভাপতিত্বৰ কালতে ডিম্বেশ্বৰ নেওগদেৱৰ সহযোগত প্ৰায় দুমাহৰ ভিতৰতে দিনে-ৰাতিয়ে অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰি ১০০ জন ১০০ টকীয়া আজীৱন সভ্য ভৰ্ত্তি কৰাই ১০,০০০ হেজাৰ টকাৰে মৃতপ্ৰায় অসম সাহিত্য সভাৰ প্ৰথম পুঁজি গঠন কৰে। আৰু এইজন মহান কৰ্মযোগীৰ আপ্ৰাণ প্ৰচেষ্টাত অসম সাহিত্য সভা পুনৰ উজ্জ্বল হৈ উঠে। শ্ৰদ্ধেয় ফুকনদেৱৰ সাহিত্যানুৰাগ আৰু সাহিত্য-প্ৰতিভাৰ প্ৰতি লক্ষ্য ৰাখি ১৯৪৪ চনত শিৱসাগৰত আৰু ১৯৪৭ চনত ডিব্ৰুগড়ত দুবাৰকৈ অসম সাহিত্য সভাৰ সভাপতিৰ পদত বৰণ কৰা হৈছিল। সভাপতিৰ আসনৰ পৰা দিয়া তেখেতৰ সাৰগৰ্ভ ওজস্বী বক্তৃতামালা অসম সাহিত্য সভাৰ বুৰঞ্জীত দুধাৰি সোণবৰণীয়া মালা হৈ থাকিব। তেখেত অসম সাহিত্য সভাৰ এগৰাকী প্ৰধান শুভাকাংক্ষী।

শ্ৰীফুকনদেৱে অসমীয়া ভাষাৰ স্বাধিকাৰৰ বাবে ১৯৫০,'৬০ আৰু '৭২ চনত হোৱা আন্দোলনৰ হকে তেখেতৰ দৃঢ়মত পোষণ কৰি বাতৰি কাকতত বিবৃতিও দিছে। অসমীয়া ভাষাৰ কোনো যাতে প্ৰতিকূলে যোৱা কাম চৰকাৰে নকৰে তাৰ প্ৰতিও সতৰ্ক কৰি দিছিল। তেখেতে এই সম্পৰ্কে সক্ৰিয় ভূমিকা লোৱাত কোনো দ্বিধা বোধ কৰা নাছিল বা কোনো তথাকথিত সাহিত্যিকৰ দৰে স্বাৰ্থৰ প্ৰতিকূলে যায় বুলি কোনো নেতিবাচক মন্তব্য দিয়া নাছিল। অসমীয়া ভাষাৰ সম্পৰ্কত এদিন প্ৰসঙ্গক্ৰমে তেখেতে কৈছিল—"স্বয়ং ভগবান আহি যদি মোক কয় "মোক তুমি অসমীয়া ভাষাৰে মাতিলে মই নাহোঁ, অন্য ভাষাৰে কোৱা," মই ক'ম তুমি যদিও মোৰ উপাস্য দেৱতা তোমাৰ কোনো আৱশ্যক নাই, তুমি গুচি যোৱা।" এই বক্তব্যই তেখেতৰ অসমীয়া ভাষাৰ



প্ৰতি থকা আন্তৰিকতা, গভীৰ অনুৰাগ আৰু শ্ৰদ্ধাৰ কথাকে সূচায়।

তেখেত এগৰাকী সু-বক্তা। বাগ্মিতাত তেখেত অদ্বিতীয়। তেখেতে একোটা বিষয়ৰ সম্পৰ্কে অনৰ্গল কোনো খোকোজা নলগাকৈ অতি প্ৰাঞ্জল ভাষাত গুৰুত্বকৈ তেখেতৰ ভাষণ দি যাব পাৰে। তেখেতে তেখেতৰ বক্তব্য স্পষ্ট ভাৱে আৰু নিৰ্ভীকতাৰে দাঙি ধৰাত কোনো দ্বিধা বোধ নকৰে।

শ্ৰীফুকনদেৱক ৰাজনীতিৰ বতাহেও নোচোৱাকৈ থকা নাছিল। তেখেতে ১৯২১ চনৰ পৰা ১৯২৭ চনলৈকে অসম লেজিছ্‌লেটিভ্‌ কাউন্সিলৰ সদস্য আছিল। কাউন্সিলৰ সদস্যৰূপে তেখেতৰ পালনীয় সকলো দায়িত্ব নিয়াৰিকৈ কৰাত তেখেতে কৃপণালি কৰা নাছিল। প্ৰথমছোৱাত তেখেতে ইংৰাজৰ আহিত চাল-চলন আদি পছন্দ কৰিছিল। তেখেতে ভাৱিছিল যে ইংৰাজ জাতি অতি স্বাধীনচিতীয়া মনোভাৱৰ, গতিকে পৰৰ স্বাধীনতাত তেওঁলোকে হস্তক্ষেপ নকৰে। কিন্তু ইংৰাজ চৰকাৰৰ মতি-গতি ক্ৰমান্বয়ে সম্পূৰ্ণ বিপৰীত হোৱা দেখি জাতিৰ পিতা মহাত্মাগান্ধীৰ আদৰ্শৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি স্বাধীনচিতীয়া মনোভাৱৰ ডেকা ফুকনদেৱে কংগ্ৰেছত যোগদান কৰে আৰু ১৯৩৭ চনৰ অসহযোগ আন্দোলনত জপিয়াই পৰে। পৰাধীন ভাৰতৰ মুক্তি আন্দোলনৰ এজন প্ৰধান কৰ্মী হিচাপে তেখেতে কাৰাবৰণ কৰিছিল। তেখেতে স্বাধীনোত্তৰ কালত ১৯৪৮ চনৰ পৰা ১৯৫৭ চনলৈকে অসম বিধান সভাৰ সদস্য আছিল। তেখেত মহাত্মা গান্ধীৰ একান্ত অনুগামী আছিল আৰু তেখেতৰ আদৰ্শৰে পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ চিনস্বৰূপে অসম আৰু নগালেণ্ডৰ সীমান্তত ১৯৬৪ চনত পতা "মিত্ৰৰ আশ্ৰম", "গান্ধী আশ্ৰম" আৰু "টিয়ক আশ্ৰম"য়েই তাৰ জলন্ত নিদৰ্শন। মহাত্মাৰ হৰিজন আন্দোলনতো তেখেতে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। ইয়াৰ উপৰিও তেখেতে কৈৱৰ্ত সভা, নটক সভা আদিত যোগদান কৰি ইয়াৰ আগগুৰি ধৰাৰ বাবে অনেকৰ ভৰ্ৎসনাও শিৰ পাতি ল'ব লগা হৈছিল।

১৯২৫ চনত তেখেতে ডিব্ৰুগড়ত নামমনি চাহ বাগিচা খোলে। তেখেতে ভাৱিছিল চাহ-বাগিচাত যি টকা লাভ হয় সেই সমুদায় টকা 'বিশ্বভাৰতী'ৰ আহিৰে এটি সাংস্কৃতিক বিশ্ববিদ্যালয় স্থাপনত খৰচ কৰিব আৰু বাকীখিনি কোনো শিক্ষানুষ্ঠানত খৰচ কৰিব। কিন্তু নানা

কাৰণত চাহ বাগিচা বন্ধ কৰি দিবলগীয়া হ'ল। তেখেতৰ মনৰ ভাৰ ভাৰ হৈয়ে ৰ'ল। তেখেতৰ ভাষাত "লক্ষ্মী আৰু সৰস্বতীৰ মিল নাই। মই যেতিয়া সৰস্বতীৰ পুত্ৰ হলোঁ লক্ষ্মীয়ে ক'ত ভাল পাব, লগ এৰিলে।"

তেখেতে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ হকে দেহে-কেহে চেষ্টা কৰিছিল। বিশ্ববিদ্যালয় স্থাপনৰ আন্দোলনত তেখেতে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। অসমীয়া ৰাইজে শ্ৰদ্ধেয় ব্যক্তি গৰাকীৰ নেতৃত্বৰ কথা কাহানিও পাহৰিব নোৱাৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জীত তেখেতৰ নাম সদায় সোণালী আখৰেৰে জিলিকি থাকিব। এইবাৰ গুৱাহাটী বিশ্ব-বিদ্যালয়ে তেখেতক ডক্টৰেট উপাধি প্ৰদান কৰি সন্মান জনাইছে। গুণীৰ গুন বুজি তেখেতক এই সন্মান জনোৱাৰ বাবে সংশ্লিষ্ট সকলো অসমীয়া ৰাইজৰ ধন্যবাদৰ পাত্ৰ।

তেখেত স্বৰ্গীয় অম্বিকাগিৰি ৰায়চৌধুৰীৰ লগত অসম সংৰক্ষিণী সভা, পিছলৈ জাতীয় মহাসভাৰ লগত ঘনিষ্ঠ ভাৱে জড়িত আছিল। ইয়াৰ উপৰিও সদাচাৰ সমিতি, মদ নিবাৰণী সমিতি, সমবায় আন্দোলন আদি অনেক জাতীয় অনুষ্ঠানৰ লগত জড়িত থাকি সমষ্ট জীৱন দহৰ আৰু দেশৰ উন্নতিৰ বাবে দেহে-কেহে লাগি আছিল আৰু আছে।

তেখেত আচাৰ্য বিনোৱাভাবেৰ ভূদান আৰু গ্ৰামদান আন্দোলনৰ অসম শাখাৰ প্ৰধান পৃষ্ঠপোষক। ইয়াৰ উপৰিও ইন্দো-ছোভিয়েট মৈত্ৰী সংঘৰ অসম শাখাৰ চেয়াৰমেন। আৰম্ভৰ পৰাই দহ-বাৰ বছৰ সভাপতি থ'কি সেই অনুষ্ঠানৰ মুখ্য পৃষ্ঠপোষক হিচাপে কাম কৰি আছে।

শ্ৰদ্ধেয় ফুকনদেৱ মহাপুৰুষ শংকৰদেৱৰ একান্ত ভক্ত। তেখেত শংকৰদেৱ-প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মৰ প্ৰতি অগাধ শ্ৰদ্ধাশীল আৰু একান্ত বিশ্বাসী। তেখেতে শংকৰদেৱৰ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে অহোপুৰুষাৰ্থ কৰি আহিছে। তেখেতে ইয়াৰ বাবে তেখেতৰ উপাৰ্জিত ধনৰ সৰহখিনি দান কৰাৰ কথা মনত পুহি ৰাখিছে। তেখেতৰ বাসভৱনৰ সোঁ-কাষে গুৰুজনাৰ আৰ্হিৰে এটি সাৰ্বজনীন নাম-ঘৰ ইতিমধ্যে নিৰ্মাণৰ পথত।

তেখেতে মস্কো আৰু বাৰ্লিনত দুবাৰকৈ বিশ্বশান্তি পৰিষদৰ প্ৰতি-নিধি স্বৰূপে যোগদান কৰি সুখ্যাতি অৰ্জন কৰিব পাৰিছে। 'বিশ্বভাৰতী'ৰ আদৰ্শেৰে প্ৰতিষ্ঠা কৰা নলবাৰীৰ 'পূৰ্ব ভাৰতী'ৰ আধাৰশিলা ফুকনদেৱে



স্থাপন কৰে। আধাৰশিলা স্থাপন কৰিবলৈ পাই তেখেত যিমান আনন্দিত হৈছিল বোধ হয় দ্বিতীয় কোনো ব্যক্তি হোৱা নাছিল। তেখেতৰ ভাষাত "বিশ্বভাৰতী' প্ৰতিষ্ঠাৰ সপোন আজি বাস্তৱত পৰিণত হোৱা দেখিলো।" তেখেতে সেই অনুষ্ঠানত, উপাৰ্জনৰ কিছু টকা দিয়াৰ কথাও ভাবি আছে। গুৱাহাটীত থকা তেখেতৰ মাটিখিনিৰ দহকঠা গুৱাহাটী কুষ্টবিকাশ সমিতিক দান দিয়ে আৰু বাকীখিনি বেচিব পাৰিলে বড়ো সাহিত্যৰ গৱেষণাৰ বাবে ২৫০০্ মান টকা দিয়াৰ কথা ভাবি আছে।

যিজন মনীষীয়ে ভৰ যৌৱন কালতে জনকল্যাণ মূলক কামত বাধা ওপজে বুলি সাংসাৰিক মায়া-মোহ আৰু জীয়া ভৰযৌৱনকো উপেক্ষা কৰিব পাৰিলে, যিজনে জীৱনৰ সৰ্বস্ব, দেহে-কেহে, মনে-প্ৰাণে, ধনে-জনে, স্বজাতি, স্বভাষা, স্বধৰ্ম আৰু স্বদেশৰ সৰ্বাঙ্গীন উন্নতিৰ হকে উৎসৰ্গা কৰি বিশ্বভাতৃত্বৰ মনোভাৱ গঢ় দিব খোজে; সেইজন চিৰকুমাৰ কৰ্ম-যোগী ঋষিতুল্য মনীষীক তেখেতৰ এই সুদীৰ্ঘ জীৱনকালত আমি কি দিব পাৰিছোঁ, এবাৰ নিজকে সুধিবৰ মন যায়।

পলমকৈ হ'লেও চৰকাৰে তেখেতক সাহিত্যিক পেঞ্চন দিলে। পেঞ্চনৰ সমুদায় টকা তেখেতে মহাপুৰুষীয়া আৰ্হিত চলা পাঁচটা নামঘৰত এহেজাৰকৈ পাঁচ হেজাৰ টকা দান দিয়ে। গুণীজনৰ গুণ বুজি 'সাহিত্য-অকাডেমি'য়ে তেখেতক 'সদস্য মহত্তম্' (Fellowship) যাচিলে। গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতক ডক্টৰেট উপাধি প্ৰদান কৰে। কামৰূপ সঞ্জীৱনী সভাই 'সাহিত্য ৰত্ন' উপাধি প্ৰদান কৰি তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলে। নানা ঠাইত তেখেতক সম্বৰ্দ্ধনা জনোৱা হ'ল।

ৰাইজে তেখেতক অতি শ্ৰদ্ধাৰে 'ককা', 'বাগ্মীবৰ', 'ভীষ্মপিতামহ', 'কবি শিৰোমণি', 'বাগ্মীকবি', আদি নানা সন্মানজনক সম্বোধন কৰিছে। চৰকাৰে তেখেতক ৰাজনৈতিক পেন্সন আৰু 'পদ্মশ্ৰী' প্ৰদান কৰিছিল। তেখেতে অৱশ্যে সেই পেন্সন আৰু উপাধি প্ৰত্যাখ্যান কৰিলে।

যোৰহাট ব্ৰহ্মপুত্ৰ ফিল্মছ্‌এ ককাৰ কৰ্মময় জীৱনৰ ওপৰত এখন তথ্য চিত্ৰ নিৰ্মাণ কৰিছিল। শ্ৰীৱাইছ্ কুৰ্নী বৰাই পৰিচালনা কৰি এটা সময়োপযোগী কাম কৰি ককাৰ প্ৰতি শ্ৰদ্ধা দেখুৱালে। কিন্তু

তেখেতৰ জীৱন্ত কালতে আৰু এটা বছৰৰ পিছত যাৰ জন্ম শতবাৰ্ষিকী পাতিব লাগিব, প্ৰস্তুতি কৰিবৰ হ'লেই, সেইজন এটা শতিকাৰ জীৱন্ত বুৰঞ্জী স্বৰূপ এটি অনুষ্ঠানক আমি যথাযোগ্য প্ৰাপ্যখিনি দিব পাৰিছোনে ? যিজন মনীষীয়ে নিজৰ প্ৰাণতকৈও আপোন বুলি ভবা স্বদেশ, স্বজাতিৰ বাবে জীৱন যৌৱন সকলো ত্যাগ কৰিলে, তেখেতক জীৱন্ত কালতে অৱহেলা কৰিলে আমি অকৃতজ্ঞ জাতি বুলি কুখ্যাতি মূৰপাতি ল'ব নালাগিবনে ? ভাবি চাবৰ সময় উকলি যাওঁ যাওঁ ।

সদৌ অসমীয়া ৰাইজ, শিক্ষা বিভাগ, ডুৱাখন বিশ্ববিদ্যালয়, অসম প্ৰকাশন পৰিষদ আৰু অসম সাহিত্য সভাৰ যুটীয়া প্ৰচেষ্টাত এই বছৰতে তেখেতৰ সমগ্ৰ ৰচনাৱলী প্ৰকাশ কৰা ব্যৱস্থা কৰিলে ভাল হয় । অধ্যাপক শ্ৰীনন্দ তালুকদাৰৰ সম্পাদনাত ককাৰ বচা-বচা কবিতা-খিনিৰে "মানস প্ৰতিমা" নামেৰে আটকধুনীয়া এটা কবিতা সংকলন ইতিমধ্যে প্ৰকাশ হৈছে । ইয়াত ৬৯টা কবিতা আছে । দ্বিতীয়তে তেখেতৰ ৰচনাৱলীৰ বচা ৰচা চাই স্কুল আৰু কলেজৰ পাঠ্যপুথি মনোনীত কৰিব লাগে । আগতে গুৱাহাটী বিশ্ববিদ্যালয়ে 'মানসী' আৰু 'সাহিত্যকলা' নামৰ পুথি দুখনি পাঠ্যপুথি মনোনীত কৰিছিল ।

শ্ৰদ্ধেয় ককাৰ জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰে পুষ্ট এখন আত্মজীৱনীৰ ( প্ৰায় ৪২ পৃঃ লিখা আছে ) অতি আৱশ্যক । যিখনে প্ৰায় এটা শতিকাৰ অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক দিশত এক বাস্তৱ দলিল স্বৰূপ হ'ব । ককাই এইখন লিখাৰ আশা এতিয়াও মনত পুঁহি ৰাখিছে । চৰকাৰে ৰাজনৈতিক নিৰ্যাতিত ব্যক্তিক যথেষ্ট টকা পেন্সন হিচাপে দিয়ে । ঠিক তেনেদৰে মাহিলি এহেজাৰমান টকা প্ৰায় এবছৰ মানৰ বাবে দিলে এজন উপযুক্ত লোক ৰাখি তেখেতৰ আত্ম-জীৱনীখন লিখাই সম্পূৰ্ণ কৰিব পাৰিব, এয়া তেখেতৰ আশা । ৰাইজে তেখেতৰ বাস-ভৱনটো চৰকাৰে 'নেচনেল্ মিউজিয়াম' কৰিবৰ বাবে অনুৰোধ জনাইছে । তেখেতৰ সমুদায় মাটি, টকা-পইচা, জনকল্যাণ মূলক কামৰ বাবে উইল কৰাৰ কথা ব্যক্ত কৰিছে ।

ক'বলৈ মন নাযায়, উপায় নাই । নিয়তিৰ পৰিহাস ইতিহাসৰ নিষ্ঠুৰ সত্যতা যে যুগে যুগে আমাৰ অনিচ্ছাসত্ত্বেও আমি বহুলোকক হেৰুৱাব-



লগীয়া হয় । ককাৰো নশ্বৰদেহা এদিন পঞ্চভূতত লীন হৈ যাব । আমি যিজনক আজি হাতত পাইও আদৰ কৰিব জনা নাই, অমূল্য বস্তুক ৰত্ন বুলি চিনিব পৰা নাই ; তেখেতৰ অনুপস্থিতিত আমি এক বিৰাট শূন্যতা উপলব্ধি কৰিবই লাগিব । ককাৰ স্পষ্টবাদীতাক বহুতে ভাল নাপায় । ককাই যিয়েই নকওক, যিয়েই নকৰক সকলো দেশখনৰ বাবেই । আমাক উপদেশ দিবলৈ, ভৰ্ংসনা কৰিবলৈ, তেওঁৰ জীৱন্ত আদৰ্শৰে তৰুণ সকলক অনুপ্ৰাণিত কৰিবলৈ আমাৰ ককা সুখে-শান্তিৰে হাঁহি-হাঁহি আমাৰ হৈ আৰু বহুত দিন আমাৰ মাজত জীয়াই থাকক ।

---

# ইতিহাসৰ আঁত বিচাৰি

"পৰ্ব্বতৰ স্তূপ দেখি সোধা তুমি
কোনে বালিচাহী গোটালে তাত;
সূক্ষ্মতম যিটি চাহী কাঢ়িয়াবৰ
শকতি আছেনে তোমাৰ গাত ?………"

**ফুকনদেৱৰ** পূৰ্বপুৰুষৰ কথা ক'বলৈ যাওঁতে ইতিহাসৰ আঁত বিচাৰি বহুদূৰলৈ যাবলগীয়া হয়। আহোম স্বৰ্গদেউ চুহুংমু বা স্বৰ্গনাৰায়ণ ৰজাৰ দিনত গৌড়ৰ সেনাপতি তুৰ্বক অসমদেশ আক্ৰমণ কৰিবলৈ আহি যুদ্ধত নিহত হয়। তেওঁৰ সেনাবাহিনীত অহা কিছুলোক অসমত ৰৈ যায়। এই সেনাবাহিনীত গৌড়ধ্বজ সিংহও আছিল। পাছত যিসকল অসমত থাকি গৈছিল তেওঁলোকৰ লগতে গৌড়ধ্বজেও অসমতে বসতি কৰিবলৈ লয়। গৌড়ৰ নবাব আৰু আহোম ৰজাৰ মাজত হোৱা সম্প্ৰীতি স্থাপনৰ ক্ষেত্ৰত গৌড়ধ্বজৰ যথেষ্ট বৰঙনি আছিল। আহোম ৰজাই গৌড়ধ্বজৰ কৰ্মদক্ষতাৰ প্ৰতি লক্ষ্য ৰাখি ৰজাঘৰীয়া বিষয়-বাব দিছিল যদিও তেওঁ সেইবিলাকত সন্তুষ্ট নহৈ নিজৰ দেশ কনৌজলৈ উভতি যায়। পিছত ৰজাই সেই কথা গম পাই গৌড়ধ্বজক কনৌজৰ পৰা মতাই আনি ৰজাৰ হিচাপ ৰক্ষক হিচাপে নিযুক্তি দি লগুৱা-লিকচৌ, খাত-পাম সহ নগাৱঁৰ কপিলি নৈৰ পাৰত বাস কৰিবলৈ দিছিল। পাছত ৰজাই তেওঁক সীমান্তৱৰ্তী বিষয়াৰ মৰ্যাদা হিচাপে 'দুৱৰা' উপাধি দিছিল। তেওঁ এজন গণিতজ্ঞও আছিল। সেই গৌড়ধ্বজে কায়স্থ ভূঞা সকলৰ লগত বৈবাহিক সমন্ধ স্থাপন কৰিছিল। এই গৌড়ধ্বজ সিংহই ৰজাৰ সোঁহাত স্বৰূপে ৰাজঘৰীয়া কাৰ্য সম্পাদন কৰিছিল। পিছতো তেওঁৰ বংশধৰসকলে কেইবা পুৰুষলৈকে ৰজা ঘৰৰ বিষয়-বাব পোৱাৰ অধিকাৰী হৈ আছিল। মোমাই তামুলী বৰবৰুৱাৰ মাটি পিয়লৰ ব্যৱস্থা অনুসৰি এই বংশৰ লোকসকলক শিৱসাগৰৰ চাৰিঙত বসতি কৰিবলৈ দিছিল।



গৌড়ধ্বজৰ আঠ পুৰুষৰ পিছত দুৰ্গাৰাম আৰু সেই দুৰ্গাৰামৰেই পুত্ৰ ঘনশ্যাম খাৰঘৰীয়া ফুকন বা লথৌ ফুকন। এসময়ত শিৱসাগৰত থকা ৰাজধানী আৰু ৰাজপ্ৰাসাদৰ উপকণ্ঠ চাৰিং আছিল আহোম যুৱৰাজৰ অধীনত। বৰ্তমান ইংলণ্ডৰ উপকণ্ঠ ৱেলছ ইংলেণ্ডৰ যুৱৰাজৰ অধীনস্থ হোৱাৰ বাবে যিদৰে তেওঁক 'প্ৰিন্স অৱ ৱেলছ' বোলা হয়, তেতিয়াৰ আহোম যুৱৰাজক চাৰিঙীয়া ৰজা বুলি ধৰা হৈছিল। তেতিয়া চাৰিংখন এতিয়াতকৈ বহুত বিস্তৃত আছিল। তেতিয়া চাৰিঙীয়া ৰজাৰ পালি ৰাজধানীখন চাৰিওকালে কেইবা মাইলো জোৰাকৈ বিস্তৃত আছিল। ই পূবে কাৰেংঘৰ, পশ্চিমে জাঁজী, উত্তৰে ব্ৰহ্মপুত্ৰ আৰু দক্ষিণে আমগুৰিলৈকে বিস্তৃত আছিল। বৰ্তমান কোনো এখন ৰাজ্যৰ ৰাজ্যপাল থকা বাসভৱনৰ চাৰিওফালে সদায় কামত লাগ বুলিলেই পোৱাকৈ বিভাগীয় মুৰব্বী, চেক্ৰেটাৰী বিলাক থাকে। ঠিক তেনেদৰে চাৰিঙত থকা সাতখেলৰ কাকতি সকলকো ঘোঁৰাৰে ডাক দি মতালে দহ মিনিটৰ ভিতৰতে খবৰ পাই কাৰেঙত আহি উপস্থিত হয়। সেইটোৱেই আছিল সেইকালৰ ব্যৱস্থা। গতিকে চাৰিঙীয়া ৰজাৰ ঠাইত শিৱসাগৰৰ ৰাজধানীৰ নাম-নাচ এখন পালি ৰাজধানী আছিল বুলিয়েই ক'ব পাৰি। আৰু পুৰুষানুক্ৰমে ৰজাঘৰীয়া বিষয়-বাব থোৱা তেনে এটা দুৱৰা ঘৰৰ কাকতি পৰিয়ালতে আহোম ৰাজত্বৰ শেষৰ ফালে ১৭৮৯ চনত স্বৰ্গীয় ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ জন্ম হয়। ঘনশ্যাম খাৰঘৰীয়া ফুকনেই (লথৌ ফুকন বুলিয়েই জনাজাত) মানৰ আক্ৰমণৰ সময়ত অশেষ কষ্টভোগ কৰিছিল। বৃটিশ ৰাজত্বৰ কালত তেখেত ডিব্ৰুগড়ত ফৌজদাৰী চিৰস্তাদাৰ আৰু পিছত মুন্সিফ হয়। তেখেত এগৰাকী বিদগ্ধ সংস্কৃতজ্ঞ আছিল। তেখেতে কালিকা পুৰাণৰ অসমীয়া ভাঙনি কৰিছিল। সংস্কৃত পণ্ডিত ঘনশ্যাম খাৰঘৰীয়া ফুকনেই 'খাৰঘৰীয়া ফুকন'ৰ বাব পাই ধনে-জনে, খাতে-পামে অজস্ৰ সম্পত্তিৰ অধিকাৰী হোৱাৰ যোগ্যতা লাভ কৰিবলৈ সক্ষম হৈছিল। সেই দুৱৰা বংশৰ আন এটা ডালত ভাৰতৰ স্বাধীনতা আন্দোলনৰ অসমৰ অন্যতম শ্বহীদ ফাঁচী কাঠত ওলমা স্বাধীনতা প্ৰয়াসী ত্যাগীবীৰ মণিৰাম দেৱানৰ জন্ম হৈছিল। আৰু আন এটা ডালত 'বনফুলৰ কবি' স্বৰ্গীয় যতীন্দ্ৰনাথ দুৱৰাদেৱৰ জন্ম হৈছিল। সেই ঠাইৰ সকলো কাকতিৰ লগতে নানা ভাবে সমন্ধ থকা দুৱৰা পৰিয়ালৰ বিখ্যাত খাৰঘৰীয়া ফুকনৰ ঘৰত এটা শুভক্ষণত ডিব্ৰুগড়ত ঘনশ্যামৰ পুত্ৰ লম্বোদৰ

ফুকনৰ ঘৰত ১৮৮০ চনৰ আহাৰ মাহৰ শুক্লপক্ষ ত্ৰয়োদশী ইং ২২ জুনৰ দিনা চন্দ্ৰাৱলী ফুকননীৰ কোলালৈ এটি শিশুৰ আগমন হ'ল। সেই শিশুটিয়েই আজি আমাৰ সৰ্বজন পৰিচিত সমাদৃত ৰাগ্মীবৰ ককা শ্ৰীনীলমণি ফুকন। যদিও ফুকনৰ জন্ম এটা বিখ্যাত ৰাজ-বাব খোৱা পৰিয়ালত তথাপি তেখেতৰ জন্মৰ সময়ত ঘৰুৱা অৱস্থা অতি শোচনীয় নহ'লেও স্বচ্ছল নাছিল। তেখেতৰ পিতামহ সংস্কৃতজ্ঞ পণ্ডিত ঘনশ্যাম খাৰঘৰীয়া ফুকনে ৰজাৰ লগতে একমত হৈ তান্ত্ৰিক ধৰ্মত দীক্ষা লৈ বাৰমাহৰ তেৰটা পূজা-পাৰ্বনৰ ব্যয়-বহুল ক্ৰিয়া-কাণ্ড কৰি কৰি সা-সম্পতি লাহে লাহে টুটাই আনিছিল। শেৰত ইয়াৰ ফলত তেখেতৰ পুত্ৰসকল একেবাৰে নিঃস্ব হৈ পৰিছিল। তেনে এটি দৰিদ্ৰা পৰিয়ালত জন্ম লাভ কৰা ফুকন, দুৰৱা পৰিয়ালৰ খাৰঘৰীয়া ফুকনৰ ঘৰৰ পূৰ্ববৰ্তী খিতাপৰ সা-সুবিধাৰ পৰা বঞ্চিত হৈছিল। ফুকন সেই সময়ত সম্ভ্ৰান্ত পৰিয়ালত বান্দী-বেটী, লগুৱা-লিকচোৰে ভৰা এটা টোলৰ পৰিবেশত আৰু একৰকম মাটিত নপৰাকৈয়ে ডাঙৰ-দীঘল হ'ব লাগিছিল। তাৰ পৰিৱৰ্তে ইষ্ট-কুটুম্ব, ওচৰ-চুবুৰীয়া, পৰিয়াল-পৰিজনৰ মৰম-স্নেহত ইকোলা-সিকোলা হৈ ডাঙৰ-দীঘল হৈছিল।

ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ পৰৱৰ্তী কালতো ফুকনৰ পিতৃ লম্বোদৰ ফুকন আৰু তেখেতৰ জ্যেষ্ঠ গঙ্গাধৰ ফুকনো পূৰ্বপুৰুষৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল। তেখেতসকলৰ ৰক্ষণশীল মনোভাৱৰ বাবে সেই সময়ত ইংৰাজ আমোলত তেখেতসকলে আন দহজনৰ দৰেই বিষয়-বাব পোৱাৰ পৰা বঞ্চিত হৈছিল। তেখেতসকলেই ইংৰাজী পঢ়িলেই জাত্যান্তৰ হৈ খৃষ্টধৰ্ম গ্ৰহণ কৰিব লাগিব আৰু এইকাম "প্ৰাণান্তৰেও হ'বলৈ নিদিওঁ" বোলা ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ অতি ধৰ্মভীৰু মনোভাৱৰ বলি কৰি দুই পুত্ৰক সমাজৰ অগ্ৰগতিৰ লগত খোজ মিলাই যোৱাৰ পৰা বিৰত ৰাখিলে। ধৰ্মৰ প্ৰতি অতি ৰক্ষণশীল মনোভাৱে এনেদৰে একোজন প্ৰতিভাবান লোকক সমাজৰ ঠেক গণ্ডীৰ মাজত আৱদ্ধ কৰাই, আগলৈ যাবলগীয়া খোজটোকো পিছলৈ টানি আনে। মানুহ যিমানেই গুণী-মানী, তত্ত্বদৰ্শী নহওক, দেশথনৰ গতি-বিধি লক্ষ্য কৰি নচলিলে জীৱন লক্ষ্যভ্ৰষ্ট হৈ পৰীয়া তৰাই লক্ষ্য তৰাৰ শান্তিপূৰ্ণ অৱস্থানৰ মাজত সামান্য ঠাই অকন নাপাই খহি পৰাৰ দৰে জীৱন অথলে যায়। তেনে অৱস্থাত সেই লোকক থালি ভগা জুয়ে খেদাদি



দৰিদ্ৰতাই পাছে পাছে খেদে। ফুকনৰ দেউতাক আৰু বৰদেউতাক দুয়োজনেই সময়োপযোগী উপজীৱা গ্ৰহন কৰিব নোৱাৰাৰ ফলত দুয়োটা পৰিয়ালেই অতি কষ্টেৰে সাধাৰণভাৱে জীৱন নিৰ্বাহ কৰিব লগা হৈছিল।

লম্বোদৰ ফুকনৰ সাতোটি সন্তানৰ তিনিজন পুত্ৰ সন্তান আৰু চাৰি গৰাকী কন্যা সন্তান। তিনি গৰাকী ছোৱালী ফুকনতকৈ ডাঙৰ আৰু এগৰাকী সৰু। ফুকনৰ জ্যেষ্ঠ গণেশ ৰাম ফুকন আৰু বাইদেৱেক তিনিগৰাকীয়ে ৭৫ বছৰৰ পৰা ৮৫ বছৰ বয়স পাই ইহ সংসাৰ ত্যাগ কৰে। তেওঁৰ জ্যেষ্ঠা 'ৰূপা' বাইদেৱেক সিংহপুৰুষ স্বাধীনতা আন্দোলনৰ অন্যতম নেতা স্বৰ্গীয় বিষ্টুৰাম বৰুৱা ডাঙৰীয়াৰ পত্নী আছিল। এই গৰাকীয়েই ফুকনৰ আটাইকেইজনৰ ভিতৰত জ্যেষ্ঠা। অসমৰ সমাজ বিপ্লৱৰ লগত ঘনিষ্ঠ সমন্ধ থকা এই স্বনামধন্য পৰিয়াল বিলাকৰ লগত নানা ধৰে ফুকনৰ পৰিয়ালৰ সমন্ধ ঘটাটোৱেও ফুকনৰ পৰৱৰ্তী জীৱনত সমাজকৰ্মী ৰূপে নিজকে ব্যস্ত কৰোৱাত যথেষ্ট প্ৰভাৱ পেলাইছিল। হয়তো ফুকনৰ কৰ্মময় জীৱনত এয়া প্ৰেৰণা স্বৰূপ হৈছিল। দ্বিতীয় গৰাকী বাইদেৱেক স্বৰ্গীয়া ললিতা বৰুৱা। তেওঁ স্বনামধন্য ঘনশ্যাম বৰুৱাৰ জ্যেষ্ঠ ভাতৃ স্বৰ্গীয় কেশৱ চন্দ্ৰ বৰুৱাৰ পত্নী আছিল। এই পৰিয়ালটি এতিয়াও অসমৰ এটি ঐতিহ্যপূৰ্ণ পৰিয়াল। এই পৰিয়ালটিক ঘাইকৈ সমাজ বিপ্লৱী বুলি ক'লেই সঠিক কোৱা নহয়, অসমত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ অন্যতম গুৰি ধৰা পৰিয়াল বুলিব লাগে। কেন্দ্ৰীয় মন্ত্ৰী-সভাৰ আইন আৰু কোম্পানী পৰিক্ৰমা দপ্তৰৰ প্ৰাক্তন উপ-মন্ত্ৰী শ্ৰীবেদব্ৰত বৰুৱাও এই পৰিয়ালৰে সন্তান। বয়োবৃদ্ধ স্বনামধন্য শ্ৰীৰাজেন্দ্ৰ নাথ বৰুৱাদেৱো এই পৰিয়ালৰে এজন প্ৰসিদ্ধ সমাজ কৰ্মী। ইয়াৰ উপৰিও এতিয়াও দেশৰ নানা সমস্যাত আত্মনিয়োগ কৰি থকা শ্ৰীনগেন্দ্ৰ নাথ বৰুৱা এজন আগশাৰীৰ আইন ব্যৱসায়ী আৰু দেশকৰ্মী। এওঁৰেই কণিষ্ঠ শ্ৰীভৱেশ চন্দ্ৰ বৰুৱা অসম হাইকৰ্টৰ প্ৰাক্তন এডভোকেট জেনেৰেল আছিল। এওঁৰেই সুযোগ্যা পত্নী শ্ৰীমতী মালতি বৰুৱা মহিলা জগতৰ এগৰাকী অবিসম্বাদী নেত্ৰী। ফুকনদেৱৰ বাইদেৱেক স্বৰ্গীয়া ললিতা বৰুৱাৰ ৮৫ বছৰ বয়সলৈকে হাত-ভৰি সোতোৰা নপৰাকৈয়ে আছিল। তেওঁক ফুকনৰ আটাইকেইজনেই মৰমতে "কাবুলী বাইদেউ" বুলি মাতিছিল।

দুগৰাকী বাইদেৱেকৰ পাছৰ জনেই ফুকনৰ জ্যেষ্ঠ স্বৰ্গীয় গণেশ ৰাম ফুকন। এওঁৰ পাছৰ গৰাকী স্বৰ্গীয়া ৰোহিনী বৰুৱা। স্বৰ্গীয়া ৰোহিনী বৰুৱাৰ পাছৰ জনেই আমাৰ সৰ্বজন পৰিচিত নীলমনি ফুকনদেৱ। এওঁৰ পাছৰ এগৰাকী ছোৱালী গুৱাহাটীৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱাৰ ঘৰলৈ বিয়া দিয়া হৈছিল, যি বংশত স্বনামধন্য পণ্ডিত আনন্দৰাম বৰুৱাৰ জন্ম হৈছিল। এজন ল'ৰা নিচেই সৰুতে ঢুকায়।

ফুকনৰ পূৰ্বপুৰুষ সকলে সুদীৰ্ঘ জীৱন লাভ কৰিছিল। তেওঁৰ প্ৰ-পিতামহৰ এশ সোতৰ বছৰ বয়সতো দাঁত নসৰাকৈয়ে, চকুত চচ্‌মা নোলোৱাকৈয়ে, ককাল নপৰাকৈয়ে এজন ডেকাৰ দৰেই সুস্থ হৈ থাকোতেই বৈকুণ্ঠগামী হয়। তেওঁৰ পুত্ৰ ফুকনৰ পিতামহ ঘনশ্যাম খাৰঘৰীয়া ফুকন প্ৰায় নব্বৈ বছৰ জীৱিত আছিল। ফুকনৰ পিতৃ লম্বোদৰ ফুকনে প্ৰায় পয়সঁত্তৰ বছৰ মানতহে ইহ সংসাৰ ত্যাগ কৰে। তেওঁৰ বাইদেৱেক কেইগৰাকীয়েও ৭২ বছৰৰ পৰা ৮৫ বছৰলৈকে কম বেছি পৰিমাণে সুদীৰ্ঘ জীৱন লাভ কৰিছিল। হয়তো বংশ পৰম্পৰা ( heridity ) উত্তৰাধিকাৰী হিচাপেই ফুকনদেৱে পিতামহৰ নব্বৈ বছৰৰ ডেওনা পাৰ হৈ ৯৮ বছৰত উপস্থিত হোৱাৰ সৌভাগ্য হৈছে; আৰু সুদীৰ্ঘ জীৱন লাভৰ গৰাকী হ'ব, এয়া আমাৰ আশা। তেওঁ কয় "আমাৰ ভাগ্যত পূৰ্বপুৰুষৰ দীঘতম্ জীৱনকেই লাভ কৰিছোঁ বুলি ভাবিছোঁ। মানুহে যে সদায় বংশধাৰা নিচিগাকৈ বোৱাই থাকে এই কথা বৈজ্ঞানিক সত্য বুলি প্ৰত্যয় জন্মিছে। গতিকে মানুহে বংশানুক্ৰমে ৰক্তমাংসৰ যিটো প্ৰান শক্তি লৈ অনন্তপথৰ যাত্ৰী হৈ গৈ আছে, গীতাৰ এই বচন মানিবলৈ বাধ্য হৈছো।"

স্বাধীন অসম ইমান অধঃপতিত হৈছিল যে এমুঠি মানৰ উৎপাত সহিব নোৱাৰি শেষত ইংৰাজ জাতিক মাতি আনি দেশখনকে সোধাই দি বুৰঞ্জীৰ চৰম কাপুৰুষালি দেখুৱালে। তাতোতকৈও আচৰিত কথা নিজৰ ধৰ্ম, কৰ্ম, ভাষা, সাহিত্য, সংস্কৃতিক জলাঞ্জলি দি আত্মবিশ্বাস হেৰুৱাই গাতে লাগি থকা বঙ্গদেশত সম্পূৰ্ণৰূপে আত্মবলিদান দিলে। পৌৰাণিক যুগৰ পৰাই একৰকম সমকক্ষ নোহোৱা এটা জাতি 'অসমা-সুসমা কামদা কামৰূপা' ( য'ত কামদেৱেও ত্ৰিণয়নৰ তপস্যা ভঙ্গ কৰি তেওঁৰ ক্ৰোধাগ্নিত পৰি ভস্মীভূত হৈও পাছত প্ৰান পালে ) হীনবল হৈছিল।



যিখন দেশত প্ৰভাতী অৰুনে কিৰণৰ ধল সৰ্বপ্ৰথম ঢালে, যিখন দেশত বাণ ভগদত্তৰ দৰে বীৰৰ জন্ম হৈছিল, যিখন দেশত জগতগুৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰে মহাপুৰুষৰ জন্ম হয়; যিজনে অসমীয়া ভাষা, সাহিত্য সংস্কৃতিৰ অমূল্য সম্পদ—গীত-মাত পদ-পয়াৰ, নৃত্য-বাদ্য, কীৰ্ত্তন, দশম আদিৰ দৰে সাহিত্য, সংস্কৃতিৰ অৱদান দি অসমীয়া জাতিৰ এটা দুৰ্যোগপূৰ্ণ অন্ধকাৰময় যুগৰ অৱসান ঘটাই এগছি অক্ষয় বন্তি জ্বলাই গ'ল, যিখন দেশে লাচিতৰ দৰে বীৰৰ, কনকলতাৰ দৰে বীৰাঙ্গনাৰ জন্ম দিছিল; তেনে ঐতিহ্যপূৰ্ণ সমৃদ্ধিশালী সৌন্দৰ্য্যময়ী মহিমামণ্ডিত তাহানিৰ ৰামায়ণ মহাভাৰতৰ দিনৰে পৰা প্ৰসিদ্ধ দেশ, অসমৰ শাসনভাৰ ইংৰাজৰ হাতলৈ অহাৰ লগে লগে, অসমীয়াৰ মুখৰ মাত, নিজৰ ভাৱ-অনুভূতি প্ৰকাশৰ মাধ্যম ভাষাটোৱেও অসমৰ ভৌগলিক চাৰিসীমাৰ ভিতৰতে নিজৰ অস্তিত্ব হেৰুৱাব লগীয়া হয়। সেই সময়ত শঙ্কৰী-সাহিত্য, কলা-কৃষ্টিৰ পয়োভৰ একেবাৰে কমি যোৱা নাছিল যদিও যথেষ্ট সক্ৰিয় আছিল বুলি কোৱা টান। আনফালে আধুনিক যুগোপযোগীকৈ অসমীয়া সাহিত্যৰ চৰ্চা হোৱা নাছিল। মানৰ অত্যাচাৰত জুৰুলা হোৱা অসমীয়া ৰাইজে শেষত সাহিত্য, কলা-কৃষ্টিৰ চৰ্চাৰ চিন্তা পৰিহাৰ কৰি অৱশেষত ইংৰাজৰ হাতত দেশৰ শাসনভাৰ গটাই দিয়ে।

এনে যুগৰ সন্ধিক্ষণৰ সময়ত অসমীয়া ৰাইজৰ না-জল, না-থল অৱস্থাৰ সুযোগ লৈ ইংৰাজ শাসকসকলৰ লগত, অসমতকৈ আগতে ইংৰাজৰ শাসনৰ অধীনলৈ যোৱা বঙ্গদেশৰ পৰা অহা এচাম কৰ্মচাৰী প্ৰৰোচনাত ইংৰাজে অসমত অসমীয়া ভাষাৰ পৰিবৰ্তে বঙলা ভাষা জাপি দিয়ে। আৰু স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকন প্ৰমুখ্যে কৃতী অসম সন্তান সকলৰ ঐকান্তিক তাগিদাৰ ফলতহে অসমৰ স্কুল আদালতত ১৮৭৩ চনৰ পৰা প্ৰায় ৪০ বছৰৰ পিছত বঙলা ভাষাৰ পৰিবৰ্তে অসমীয়া ভাষাই পুনৰ ঠাই পাইছিল। এই সুদীৰ্ঘ সময় ছোৱাত অসমীয়া ভাষা সাহিত্যৰ একেবাৰে পঁয়া লগা অৱস্থা হৈছিল। সেই সময়ছোৱাৰ ভিতৰত অনিচ্ছা-সত্বেও অসমীয়া ল'ৰা-ছোৱালীয়ে বঙলা ভাষাতে শিক্ষা গ্ৰহণ কৰিব লগীয়া হৈছিল।

---

# সোণালী শৈশৱ

"ফুল কলিটিয়ে বান্ধিছে টুপলি
বুকু ভৰা বেণুকিটি,
হাবিলাস পালে ৰূপ কোঁৱৰক
বঞ্জিব চৰণ দুটি"

**ফুকনদেৱে** অনিচ্ছাসত্বেও যুগৰ অভিশাপ মূৰপাতি ল'ব লগা হৈছিল। ফলত আন দহজনৰ দৰে পৰাধীন যুগত শিক্ষা আৰম্ভ কৰা ফুকনেও প্ৰথমতে ডিব্ৰুগড়ত বঙালী ছাত্ৰ বৃত্তি স্কুলতে বঙালী ভাষাতে পঢ়া-শুনা আৰম্ভ কৰিছিল। ওপজিয়েই 'মাতৃহা' দেখি অহা শিশুৱে মাতৃৰ অপত্য স্নেহৰ পৰিৱৰ্তে মাহীআইৰ কেটেৰা-জেঙেৰা খোৱাৰ দৰে; বিদ্যা-শিক্ষাৰ আৰম্ভনিতে আধা কেচেলুৱা ৰঙলা পাঠ্যপুথিৰে আখৰ চিনাৰ পৰা বাক্যৰচনা কৰালৈকে বিকৰুৱা সোণৰ নিচিনা শিক্ষালাভ কৰাৰ দুৰ্ভাগ্য মূৰপাতি ল'বলগীয়া হৈছিল। ফলস্বৰূপে ফুকনদেৱে মদনমোহন তৰ্কালঙ্কাৰৰ শিশুশিক্ষাৰ প্ৰথমভাগ, দ্বিতীয়ভাগ আদি পঢ়ি ভাটৌৰ মুখত ৰাধা-কৃষ্ণৰ কথাৰ দৰে ভাষাজ্ঞান আহৰণ কৰিবলৈ শিকিছিল। মাতৃভাষাৰে কথা-বতৰা কোৱা আৰু এটা সম্পূৰ্ণ আচহুৱা ভাষাৰে শিক্ষা গ্ৰহণ কৰিবলগীয়া হোৱাত কেনেকুৱা বিপৰ্যয়ৰ সন্মুখীন হ'ব লগীয়া হৈছিল সেইয়া সহজেই অনুমেয়। নগাখেদা গাৱঁৰ ফুকনদেৱৰ শিক্ষক শম্ভুৰাম পণ্ডিতে যেতিয়া বঙলা ভাষাৰে তেখেতৰ সহপাঠী স্বৰ্গীয় সৰ্বানন্দ দুৱৰাদেৱক সুধিছিল— "চাৰু পাঠেৰ ব্যাস বাক্য কৰ্", তেতিয়া উত্তৰত দুৱৰাদেৱে কৈছিল— "চাৰু যতীশেৰ বায়েক; পাঠ মানে পাঠেই"। অৰ্থাৎ সেইসময়ত আমোলাপত্তিত কণ কণ ল'ৰা-ছোৱালী বিলাকৰ পাঠশালাৰ শিক্ষক দাৰিকা সেন আৰু তেওঁৰ পত্নীয়েই শিক্ষক-শিক্ষয়িত্ৰীৰ কাম কৰিছিল। তেওঁ-লোকৰেই সন্তান যতীশ সেন, ফুকন আৰু দুৱৰাদেৱৰ সহপাঠী আছিল। আৰু তেওঁৰেই বায়েকৰ নাম আছিল 'চাৰু'। গতিকেই দুৱৰাদেৱে 'চাৰু



যতীশৰ বায়েক' বিশ্বাসেৰে কৈছিল। কাৰণ তেতিয়া বঙলা ভাষা ভাটৌৰ ৰাধা-কৃষ্ণৰ দৰে মাত্ৰ আঁওৰাইছিল, নিজস্ব কোনো জ্ঞান নাছিল।

তদ্ৰূপ অৱস্থা হয় যেতিয়া বঙলা দ্বিতীয় ভাগ পঢ়ায়। তাত আছিল 'কুন্থ বেং বাহিৰে আছিল্' আহাৰ মাহত ধাৰাসাৰে বৰষুণ অহাৰ লগে লগে চুক ভেঁকুলীবোৰ (যাক বঙলা ভাষাত 'কুন্থ বেং' বোলে) ওলাবলৈ ধৰে। সেইসময়ত শিক্ষকৰো উপযুক্ততাৰ অভাৱত বহুসময়ত ছাত্ৰৰ কথাতে হয়ভৰ দি চলিব লগীয়া হৈছিল। উদাহৰণ স্বৰূপে এদিনৰ কথা উল্লেখ কৰিব পাৰি। এদিন শিক্ষকে প্ৰশ্ন কৰিলে—"কুন্থ বেং মানে কি?" ছাত্ৰসকলে উত্তৰত ক'লে—'কোনো কোনো বেঙে'। শিক্ষকৰ তথৈবচ জ্ঞানেৰে ছাত্ৰৰ কথাতে হয়ভৰ দি ক'লে—'হা! হয়ে-গেছে বস'। কাজেই ওপৰত উল্লেখিত দুটা উদাহৰণৰ পৰা এই কথা অধিক স্পষ্ট হৈ পৰে যে অসমীয়া কোমলমতীয়া শিশুবিলাকক শিক্ষাৰ নামত কি এটা অদ্ভুত শিক্ষাৰ আখৰা কৰোৱা হৈছিল। তেওঁলোকে অসমীয়া ভাষাৰ পৰিবৰ্তে যি বঙলা ভাষাৰে শিক্ষা দিছিল, সেইয়াও তথৈবচ। এনে বঙলুৱা শিক্ষাৰে অসমীয়া শিশুৰ কোমল মনত বিভ্ৰান্ত ধাৰণা কিছুমান সুমাই দি বঙালীসকলে অসমৰ ভৱিষ্যতৰ প্ৰতি ঈৰ্ষাভাৱ পোষণ কৰি অসমীয়া ভাষা-সাহিত্যত যি কুঠাৰাঘাত কৰিলে তাক দোহাৰিবৰ সকাম নাই।

ইংৰাজ আমোলত প্ৰায় চল্লিশ বছৰ অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ যি অপূৰণীয় ক্ষতি সাধন হ'ল তাক আজি এশ বছৰৰ পাছতো সম্পূৰ্ণ বাদেই আধাখিনিও পূৰণ কৰিব পৰা নাই। এই হেঁচাত যি সকলে অভাৱনীয় আৰু অৱৰ্ণনীয় কষ্ট পাইছিল সেইসকলৰ ভিতৰত ফুকনদেৱও অন্যতম। সেয়েহে পাছত ৫৫,৬০ বছৰ বয়সতো 'অসমৰ গৌৰীপুৰত বঙ্গ সাহিত্য পৰিষদৰ অধিবেশন কিয়?' বুলি তেখেতৰ দ্বাৰা সম্পাদিত 'বাতৰি' কাকতত সম্পাদকীয় স্তম্ভ লিখি ইয়াৰ বিৰুদ্ধে প্ৰবল জনমত গঠন কৰাৰ চেষ্টা কৰিছিল।

ছাত্ৰ হিচাপে ফুকনদেৱ অতি তীক্ষ্ণবুদ্ধিৰ ছাত্ৰ আছিল। তেখেতৰ বিদ্যাৰম্ভৰ দিন ধৰি তাহানি ঋষি-মুনিসকলে শিষ্যসকলক বিদ্যাৰম্ভতে যি পিতা-পুত্ৰৰ সম্বন্ধ ৰাখে আৰু শিক্ষাৰ প্ৰতি আগ্ৰহ জন্মায়, ফুকনৰ জীৱনতো নিজে

শিক্ষক হিচাপে পৰবৰ্তীকালত ছাত্ৰসকলৰ মাজত ইয়াক স্থাপনৰ চেষ্টা কৰিছিল। তেখেতসকলে গুৰুসকলৰ পৰা পোৱা পুত্ৰ-প্ৰতীম ব্যৱহাৰে তেখেতসকলৰ পৰৱৰ্তী জীৱনত অনুপ্ৰেৰণা যোগাইছিল। হয়তো ফুকনদেৱৰ জীৱনৰ চৰম উন্নতিৰ মূল এইখিনিয়েই। সেয়েহে ফুকনদেৱে অসমৰ তৰুণসকলক সদায় বিভিয়াই ক'ব লাগিছে—"কৰ্তব্যৰ প্ৰতি আগ্ৰহ আৰু নিষ্ঠাৰ অবিহনে কোনো কামত কৃতকাৰ্য লাভ কৰা সম্ভৱ নহয় আৰু ইয়াৰ ব্যতিক্ৰমে জীৱনৰ উন্নতিৰ পথ কণ্টকময় কৰে। "জ্ঞানম্ অনন্তম্" আৰু "নাহি জ্ঞানেন সদৃশ্যং পবিত্ৰমিহ বিদ্যতে" এই অমৰ বাণী, শিক্ষাৰ তত্ব, বাস্তৱ জীৱনত দৈনিক আচৰণৰ বস্তু বুলি মানি লৈছো।"

সৰুকালত ফুকনদেৱৰ আন দহজনৰ দৰে সেইসময়ৰ সমাজৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল। সেয়ে আন দহজনৰ দৰে তেখেতেও ভূত-প্ৰেত, খালৰ যখিনী, গছৰ উপ-দেৱতা, বুঢ়া-ডাঙৰীয়াৰ ধাৰণাৰ পৰা মুক্ত নাছিল। তেখেতে এইবিলাকৰ অস্তিত্ব বিশ্বাস কৰি নিয়ম মানি চলিছিল। ফুটুকাৰ ফেন সোপাকো যখিনীৰ থু বুলি ভয় কৰি নুচুইছিল। অৱশ্যে পৰৱৰ্তী জীৱনত তেখেতে এইবোৰক কুসংস্কাৰ বুলি স্পষ্ট মত ব্যক্ত কৰিছে।

বঙালী ভাষাৰ মাধ্যমত ছাত্ৰ বৃত্তি পাছ কৰাৰ পাছত ফুকনদেৱে হাইস্কুলীয়া শিক্ষা ডিব্ৰুগড়তে আৰম্ভ কৰে। ১৯০০ চনত ডিব্ৰুগড়ৰ পৰাই প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে। সেই বছৰত গোটেই অসমৰ প্ৰথম বিভাগত পাছ কৰা ছাত্ৰৰ সংখ্যা মাত্ৰ ১৩ জন। ইয়েই ফুকনৰ মেধাশক্তিৰ পৰিচয় দিয়ে। হাইস্কুলীয়া ছাত্ৰ অৱস্থাতে চাৰিগাৱঁৰ প্ৰসিদ্ধ শিক্ষাবিদ ৰামেশ্বৰ বৰুৱা প্ৰমুখ্যে কেইবাজনো উদ্যোগী ছাত্ৰৰ সহযোগত দুখীয়া মেধাবী ছাত্ৰসকলক সহায় কৰাৰ উদ্দেশ্যে এটা পুঁজি গঠনৰ সিদ্ধান্ত কৰে। হাইস্কুলীয়া ডেওনা পাৰ হৈ কলেজীয়া ছাত্ৰ অৱস্থালৈকে এই পুঁজিৰ বাবে সংগ্ৰহ অভিযান অব্যাহত আছিল। এই পুঁজিৰ পৰা তেতিয়াৰ দিনতে পোন্ধৰশ টকা পণ্ডিত স্বৰ্গীয় বাণীকান্ত কাকতিদেৱক দি পঢ়াৰ ক্ষেত্ৰত সহায় কৰিছিল। 'যি লাই বাঢ়িব দুপাততে চিন'। ককাৰ ভৱিষ্যৎ জনমুখী জীৱনৰ ইংগিত হাইস্কুলীয়া জীৱনতেই পোৱা হৈছিল। এনে দূৰদৰ্শী মনোভাৱ অতুলনীয়।

## বিদ্যাধন উপাৰ্জন

"নোহোৱা মৃণ্ময়ী, তুমিযে চিন্ময়ী,  
তুমি আকাশৰ দৈৱবাণী;  
প্ৰাণৰ চেতনা, চিত্তৰ মনন,  
জিভাৰ জড়ত্ব বিনাশিনী।  
বন্দে বীণাপাণি, জ্ঞান প্ৰদায়িনী  
চিত্ত-তমসা-হাৰিণী!  
বন্দে, ব্ৰহ্মবাদিনী!!"

**১৯০০ চনত** প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰাৰ পাছত অসমত কোনো কলেজ নোহোৱাৰ বাবে ফুকনদেৱে কলিকতাৰ প্ৰেচিডেন্সি কলেজত ভৰ্তি হয়। ইতিমধ্যে অসমত এখন কলেজ প্ৰতিষ্ঠাৰ দাবীৰ সমৰ্থনত গোটেই অসম জুৰি এটা জাগৰণ হৈছিল। কটন কলেজৰ জন্মৰ লগত লাগি আছিল এটা বিভেদকামী মনোভাৱৰ বীজ। এদল অদূৰদৰ্শী, স্বাৰ্থপৰ লোকে ইংৰাজী চাল-চলনৰ পৰা বঞ্চিত হোৱাৰ ভয়ত অসমত এখন কলেজৰ পৰিবৰ্তে কলিকতাত অসমীয়া ছাত্ৰৰ বাবে এটা সুকীয়া ছাত্ৰাবাস প্ৰতিষ্ঠা কৰাৰহে পৃষ্ঠপোষকতা কৰিছিল। তেখেতসকলৰ যুক্তি আছিল যে অসমত কলেজ হ'লে শিক্ষাৰ মানদণ্ড কমি যাব আৰু সেয়ে কলিকতাতে এটা ছাত্ৰাবাস দিয়াটোহে উচিত হ'ব। অৱশ্যে সুখৰ বিষয় তেতিয়া অসমত সুদৃঢ় নেতৃত্ব দিব পৰা হিতাকাঙ্খী দূৰদৰ্শী লোকৰ অভাৱ নাছিল। সেয়েহে অসমৰ স্বনামধন্য জগন্নাথ বৰুৱা প্ৰমুখ্যে কেইবাগৰাকীও বৰেণ্য ব্যক্তিৰ আপ্ৰাণ চেষ্টাত আৰু অসমীয়া ৰাইজৰ ন্যায্য দাবীৰ সমৰ্থনত শেষত অসমত এখন কলেজ দিবলৈ কটন চাহাব মান্তি হ'ল। সেই মহানুভৱ কটন চাহাবৰ প্ৰতি অসমীয়া ৰাইজে কৃতজ্ঞতাৰ চিন স্বৰূপে অসমৰ একমাত্ৰ কলেজখনৰ নাম থ'লে 'কটন কলেজ' আৰু ১৯০১ চনৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ

অধীনত কটন কলেজৰ শুভাৰম্ভ হয়। প্ৰতিষ্ঠাপক অধ্যক্ষ প্ৰাতঃস্মৰণীয় চুদমাৰ্চনৰ দ্বাৰা সৰ্বপ্ৰকাৰে প্ৰতিপালিত হৈ কটন কলেজ এখনি সৰ্বভাৰতীয় স্বীকৃতিপ্ৰাপ্ত কলেজৰূপে পৰিগণিত হ'বলৈ সক্ষম হৈছিল। কটন কলেজৰ ইতিহাসৰ লগত কেইবাগৰাকীও দেশৰ বিশিষ্ট শিক্ষাবিদ ওতঃপ্ৰোত ভাবে জড়িত আছিল। জাতীয়তাৰ ভাবত অসমৰ প্ৰায়বিলাক ছাত্ৰ কলিকতাৰ পৰা কটন কলেজলৈ গুচি আহে; স্বদেশানুৰাগী ফুকনো সেই সকলৰ অন্যতম। মাজতে কেইবছৰমান তেখেতৰ অসুখৰ বাবে পৰীক্ষা দিব পৰা নাছিল। পাছত ১৯০৫ চনত কটন কলেজৰ পৰা ইণ্টাৰ-মিডিয়েট পাছ কৰে। এই কটন কলেজ আধুনিক অসমৰ শৈক্ষণিক জীৱনত একক আৰু মহত্বপূৰ্ণ অৱদান আমাৰ জাতীয় জীৱনৰ বুৰঞ্জীৰ লগত একতাৰ সূতাৰে গ্ৰথিত হৈ আছে। আধুনিক অসমৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰত কটন কলেজৰ স্থান সৰ্বজন স্বীকৃত এই কথা কোৱা বাহুল্য মাথোন। এবাৰ কটন কলেজলৈ আহোতে অদ্বিতীয় পণ্ডিত চাৰ আশুতোষ মুখাৰ্জীয়ে কটন কলেজত সোমায়েই কটন কলেজ সম্পৰ্কে কৈছিল—"It has already look of an University" সেই মহান পণ্ডিতগৰাকীৰ অমোঘ বাণী অথলে নগ'ল। কটন কলেজ এক সুমহান অনুষ্ঠানৰূপে গঢ়ি উঠিল।

গান্ধীজীৰ নেতৃত্বত গঢ় লৈ উঠা অসহযোগ আন্দোলনৰ দিন ধৰি যি সকলে দেশৰ স্বাধীনতা আন্দোলনত সক্ৰিয়ভাবে লাগি থাকি নিৰ্যাতন ভোগ কৰিছিল আৰু স্বাধীনোত্তৰ কালত দেশ পুনৰ গঠনত নেতৃত্ব দিছিল; সেইসকলৰ পয়সত্তৰ জনেই কটন কলেজৰ ছাত্ৰ আছিল। বহুতে আন্দোলনত যোগ দি পঢ়া-শুনাকে বাদ দিছিল। অগ্ৰজসকলে যি জ্ঞানৰ বন্তি জ্বলাই গ'ল, তাৰ পোহৰত পৰবৰ্তী পুৰুষবিলাকে প্ৰায় সুদীৰ্ঘ ৭৭ বছৰে সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে।

এই কটন কলেজত প্ৰথমেই ভৰ্তি হোৱা ছাত্ৰসকলৰ অন্যতম হিচাপে ফুকনদেৱক যোৱা ১৯৭০ চনৰ ২৬ আগষ্ট তাৰিখে কটন কলেজত সম্বৰ্দ্ধনা জনায়। সম্বৰ্দ্ধনাৰ উত্তৰত তেখেতে তৰুণ সম্প্ৰদায়ৰ উজ্জ্বল ভৱিষ্যতৰ কামনা কৰি আশীৰ্বাদ দিয়ে। লগতে তেখেতে তৰুণ সম্প্ৰদায়ক "তৰোৱালতকৈ কাপ চোকা" কথাষাৰৰ সাৰমৰ্ম উপলব্ধি কৰি পঢ়া-শুনাত আত্ম-



নিয়োগ কৰিবলৈ আহ্বান জনায়।

কটন কলেজত থকাৰ সময়ত তেখেত সেইসময়ৰ প্ৰাতঃস্মৰণীয় অধ্যক্ষ চুদমাৰ্চন, চুনীলাল দে, ইন্দুভূষণ ব্ৰহ্মচাৰী, পৰেশ নাথ, সংস্কৃতাধ্যাপক চামচুল মৌলানা পণ্ডিত চাহাব প্ৰমুখ্যে বৰেণ্য শিক্ষাবিদ সকলৰ পৰা শিক্ষা গ্ৰহণ কৰাৰ সৌভাগ্যৰ গৰাকী হ'ব পাৰিছিল, সেই জ্ঞানৰ জ্যোতি তেখেতৰ পৰবৰ্তী জীৱনৰ বাবে কুবেৰৰ সম্পত্তি হৈ পৰিছিল।

১৯০৫ চনত কটন কলেজৰ পৰা ইণ্টাৰমিডিয়েট পাছ কৰি ফুকন-দেৱে কোচবিহাৰৰ ভিক্টোৰীয়া কলেজত ভৰ্তি হয় আৰু সেই কলেজৰ পৰা ১৯০৭ চনত বি, এ পাছ কৰে। কোচবিহাৰ কলেজত থকাৰ সময়ত তেখেতে বিশ্ববিখ্যাত শিক্ষাবিদ স্বৰ্গীয় ব্ৰজেন্দ্ৰ নাথ শীলদেৱৰ অধীনত শিক্ষালাভ কৰাৰ পৰম সৌভাগ্যৰ গৰাকী হ'ব পাৰিছিল। কোচবিহাৰ কলেজ এৰি আহিল যদিও, অদ্যাবধি তেখেতে সদায়ে স্বৰ্গীয় শীলদেৱৰ স্মৃতিক শ্ৰদ্ধাৰে সোঁৱৰে। তেখেতে কয়— "মোৰ জীৱনত যদি কিবা কৰিব পাৰিছো, সেইয়া সেই প্ৰাতঃস্মৰণীয় শীলদেৱৰ সান্নিধ্যৰ বাবে।"

ছাত্ৰ অৱস্থাতো ফুকনদেৱে নিয়ম-শৃংখলা মানি চলিছিল। কোচ-বিহাৰ কলেজত পঢ়ি থাকোতে তেখেত ছাত্ৰাবাসৰ এজন 'মনিটৰ' আছিল। যিসকল তেখেততকৈ ওপৰ শ্ৰেণীত পঢ়া ল'ৰা গধূলি ছাত্ৰাবাসলৈ পলমকৈ আহিছিল; তেখেতে কেতিয়াও ঠিক সময়ত অহা বুলি মিছাকৈ লিখা নাছিল। কাজেই তেওঁলোকে ফুকনদেৱক বেয়া পাইছিল। কিন্তু তেখেতে ইয়াৰ প্ৰতি ভ্ৰূক্ষেপ কৰা নাছিল। বৰঞ্চ স্পষ্টভাৱে ইয়াৰ বিৰোধীতাহে কৰিছিল। শীলদেৱে ফুকনদেৱক কোচবিহাৰত কলেজৰ শিক্ষা শেষ কৰি অহাৰ সময়ত এখন চাৰ্টিফিকেট দিওঁতে তাত লিখিছিল— "He is altogether fit for any responsible position"

ফুকনদেৱে ছাত্ৰ জীৱনত আচাৰ্য পি. চি. ৰায় আৰু জগদীশ চন্দ্ৰ বসুৰ দৰে মহান শিক্ষাবিদ সকলৰ জীৱনৰ পৰা প্ৰেৰণা লাভ কৰাৰ সৌভাগ্য হৈছিল। এই মহান শিক্ষাবিদ সকলৰ সান্নিধ্যৰ প্ৰতিফলন তেখেতৰ পৰবৰ্তী জীৱনত স্পষ্টভাৱে দেখা যায়। তেখেতে যি সময়ত বি. এ. পাছ কৰে তেতিয়া অসমত বি. এ. পাছৰ সংখ্যা তেনেই আঙুলিৰ মূৰত লেখিব পৰা। কিন্তু স্বাধীনচিতীয়া মনোভাৱৰ গৰাকী ফুকনে চৰকাৰী

চাকৰিৰ মনোভাৱ পৰিহাৰ কৰি আইনজীৱী হৈ স্বাধীনভাৱে জীৱিকা নিৰ্বাহ কৰাটোকে মনস্থ কৰি কলিকতাত আইন পঢ়িবলৈ যায়। আইনৰ ফাইনেল পৰীক্ষাত অকৃতকাৰ্য হৈ ডিব্ৰুগড়ত নতুনকৈ প্ৰতিষ্ঠা কৰা জৰ্জ ইনষ্টিটিউটৰ প্ৰধান শিক্ষকৰ পদ যচাত শিক্ষানুৰাগী ফুকনৰ মন শিক্ষাজগতৰ ফালে টান খায়; আৰু সেই দায়িত্ব যুৱ পাতি লয়। সেইসময়ত গোটেই অসমখনেই শিক্ষাৰ ক্ষেত্ৰত বৰ পিছপৰি আছিল। এই ক্ষেত্ৰত 'বুকাৰ ওৱাশিংটন' ( Booker-Washington )ৰ জীৱনাদৰ্শই বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল। সেই আদৰ্শ আগত ৰাখি জৰ্জ ইনষ্টিটিউটক পূৰ্ণাঙ্গ ৰূপত গঢ় দিয়াৰ দৃঢ় মনোভাব গঢ়ি তুলিছিল। ফুকনদেৱৰ অশেষ ত্যাগ আৰু শ্ৰমৰ বিনিময়ত সেইসময়ত এখন হাইস্কুল পূৰ্ণাঙ্গ পৰ্যায় পোৱাতো সম্ভৱ হৈছিল। এই কাম কিমান জটিল, কিমান কষ্টসাধ্য তাক ভুক্তভোগী সকলেহে প্ৰকৃততে ভালকৈ উপলব্ধি কৰিবলৈ সক্ষম হ'ব। তেখেতৰ শিক্ষানুৰাগ আৰু শ্ৰমৰ জলন্ত নিদৰ্শন জৰ্জ ইনষ্টিটিউটে সদায় আমাক শিক্ষাব্ৰতী ফুকনৰ কৰ্মোদ্যোগ আৰু সংগঠন শক্তিৰ পৰিচয় দিয়ে আৰু দি থাকিব।

ফুকনদেৱে চিৰকৌমাৰ্যব্ৰত অৱলম্বন কৰি আহিছে। তেখেত সাংসাৰিক হ'লে হয়তো জন-গণৰ সেৱাত বাধাৰ সৃষ্টি হ'ব পাৰে বুলি ভাবি ভৰযৌৱন কালতো সাংসাৰিক মায়া-মোহ আৰু ভৰযৌৱনতো উপেক্ষা কৰি নিজৰ, দেশৰ বাবে আত্মোৎসৰ্গ কৰি এক মহান আৰু বিৰল দৃষ্টান্ত দেখুৱাইছে।

এই ক্ষেত্ৰত তেখেতৰ একাকি বক্তব্য উল্লেখনীয়—"In ordinary sense of marrige, I am not married but I am to inform you that I have already been married to my country and to its cause. I have not placed all my love in a particular woman like my friend........"

ফুকনদেৱে পঢ়া-শুনাৰ উপৰিও খেলা-ধূলাত যোগদান কৰিছিল। তেখেত এজন ভাল ক্ৰিকেট খেলুৱৈ আছিল। সেই কথা অসমৰ ৰাইজে সহজে পাহৰি যাব নোৱাৰে।

যেতিয়াই তেখেতৰ জীৱনৰ অবিস্মৰণীয় ঘটনা দুটাৰ



কথা মনলৈ আহে, তেখেতে প্ৰায়ে কৈ দুখ প্ৰকাশ কৰে আৰু শোকাকুল হৈ পৰে। তেতিয়া তেখেত কাউন্সিলৰ সদস্য আছিল। নিৰ্বাচনত জয়ী হৈ তেখেতে তেখেতৰ চাহবাগিচাৰ মেনেজাৰৰ ককায়েক দেবেন ৰাজখোৱাৰ লগত বাগিচালৈ গৈছিল। তেতিয়া প্ৰায় সন্ধ্যা সময়। ঠিক তেওঁলোক যোৱাৰ পাছ মুহূৰ্তত যোগেন ৰাজখোৱাই মটৰখন নিজেই চলাই আনি বাটলৈ ওলাই যায়। তেতিয়া তেখেতে মটৰ চলাবলৈ বৰ হেপাঁহেৰে শিকিছেহে মাত্ৰ। তেতিয়া ফুকনদেৱে যোগেন ৰাজখোৱাক ক'লে "সন্ধ্যা সময়, তুমি মটৰখন লৈ নাযাবা।" আৰু ড্ৰাইভাৰক ক'লে "তই লগত উঠ, তেওঁ ক'ৰবাত পেলাবগৈ পাৰে।" পিছে তেখেতে যিটো সন্দেহ কৰিছিল সেয়ে হ'ল। খন্তেক পাছতে যোগেন ৰাজখোৱাই চলাই যোৱা মটৰখন খালত পৰিল আৰু তেওঁ অচেতন হৈ পৰে। লগে লগে গোটেই গাতে টেমুনা ( Tumor ) উঠিল। তেওঁক তৎক্ষণাত ঘটনাস্থলীৰ পৰা বঙলালৈ লৈ আহি পাৰ্যমানে যত্ন ল'লে। ৰাতিপুৱাৰ লগে লগেই ডিব্ৰুগড়ৰ পৰা ডাক্তৰ অনা দিহা কৰোতেই ককায়েকে চিঞৰি উঠিল। চিঞৰ শুনি ফুকনদেৱ কোঠালৈ সোমাই গৈ দেখে যে ইতিমধ্যেই যোগেন ৰাজখোৱাই শেষ নিশ্বাস ত্যাগ কৰিলে। ফুকনদেৱৰ এই দৃশ্য চাবলৈ একেবাৰে প্ৰস্তুত নাছিল। তথাপি নিয়তিৰ অভিশাপকেই অনিচ্ছাসত্বেও মানি ল'বলগীয়া হ'ল। তেখেত শোকত ম্ৰিয়মান হৈ পৰিল। তেখেতৰ ভাষাত— "বাগিচাখন আজিৰ পৰা বহুতদিনৰ আগতে মোৰ হাতৰপৰা গ'ল, সেই কথা মনেই পাহৰিলো; কিন্তু যোগেন ৰাজখোৱাৰ করুণ ঘটনাটো প্ৰায়েই মনত পৰি থাকে।"

তেতিয়া ১৯৫০ চন। অসমত ডাঙৰ ভূমিকম্প হৈ আবৰ পাহাৰটো (ডিব্ৰুগড়ত) একেবাৰেই খহি আহিছিল। তেতিয়া ব্ৰহ্মপুত্ৰত যি বানপানী হৈছিল তাক মানুহে "বলিয়া পানী" বুলিছিল। সেইসময়ত স্বৰ্গীয় অমিয় কুমাৰ দাসদেৱৰ ( তেতিয়া মন্ত্ৰী ) লগত ৰিলিফ ( Relief ) দিবলৈ ফুকনদেৱৰ ভতিজাক জীৱনৰাম ফুকনো গৈছিল। পাৰৰ মানুহে মানা কৰা সত্বেও তেওঁলোকে ৰিলিফৰ নাওঁ দক্ষিণপাৰৰ পৰা উত্তৰ পাৰলৈ বুলি ব্ৰহ্মপুত্ৰৰ প্ৰবল বানত মেলি দিলে। চকুৰ পলকতে মাৰনাও দুখন অপৰ্যাপ্ত কাঠৰ হেঁচাত বেলেগ হৈ যায়। আৰু লগে লগে জীৱনৰাম ফুকন উঠা নাওঁখন, অজয় মেছ আৰু অন্যান্য কৰ্মীৰ সৈতে ব্ৰহ্মপুত্ৰৰ

বুকুত ডুবি যায়। ফুকনদেৱ পাছদিনা তেজপুৰৰ হেম বৰুৱা স্মৃতি সভাত যোগ দিবলৈ যাবলৈ ওলাইছিল। পুৱা তেখেতক বিছনা-পত্ৰ বন্ধা দেখি মহম্মদ ছালেহে ক'লে "কালি ডুপৰীয়া জীৱনৰাম ফুকন নাও ডুবি ক'লৈ গ'ল এতিয়ালৈকে কোনো সন্দেহ পোৱা নাই। আপুনি গম পোৱা নাইনে?" ফুকনদেৱৰ নিজৰ প্ৰাণসম জীৱন নোহোৱা বুলি শুনি তেওঁ শোকাকুল হৈ পৰিছিল আৰু লগে লগেই তেজপুৰৰ যাত্ৰা বাদ দি তৎক্ষণাত ডিব্ৰুগড়লৈ বুলি ৰাওনা হ'ল। ঘৰ পোৱাৰ অলপ আগতে বহুত গাড়ী দেখি উধাতু খাই ভিতৰলৈ সোমাই গৈ হতাশ হৈ পৰিল। তেতিয়ালৈকে জীৱনৰ কোনো খবৰ পোৱা নাই। তেখেতে পুলিচ অধীক্ষক আৰু উপায়ুক্তৰ লগত যোগাযোগ কৰি সকলো ধৰণৰ চেষ্টা কৰিলে। কিন্তু তেখেতৰ সকলো চেষ্টা বিফলে গ'ল। নিজৰ জীৱন স্বৰূপ জীৱনৰামৰ মৃত্যুত তেখেতে যি গভীৰ শোক পালে; ফলত তেখেত পাছত অসুস্থ হৈ পৰিছিল। তেতিয়াৰ পৰা তেখেত ডিব্ৰুগড়মুৱা হ'লেই জীৱনৰ স্মৃতি মানস পটত জিলিকি উঠে আৰু বৰ কষ্ট অনুভৱ কৰে। জীৱনৰাম ফুকন জীয়াই থকা হ'লে আজিলৈকে ৰাইজৰ সেৱাত ব্ৰতী হৈ অনেক উপকাৰ সাধন কৰিলে-হেঁতেন। কৰাই "ডেকা সকলৰ দেশ সেৱাত 'জীৱন'ৰ হাত দেখিবলৈ পাইছো" বুলি নিজৰ মনক শান্তনা দিয়ে।

---

# বাণীৰ বন্দনা

'নবোদয়!! প্ৰকাশ কৰা নতুন পোহৰ,
সমথল, পৰ্বত গুহা উজলি উঠক;
দূৰ হওক মনৰ সকলো আন্ধাৰ,
পোহৰত চিনি পাওক আপোন জনক।'

ভাৰতীয় বাতৰি কাকতৰ বুৰঞ্জী মেলিলে দেখা যায় যে ভাৰতৰ স্বাধীনতা আন্দোলনে ভাৰতীয় জনগণৰ জাতীয় চেতনা জগাই তোলাৰ লগে লগে ভাৰতীয় সংবাদ-পত্ৰ আৰু সাংবাদিকতাৰ বিকাশৰ ক্ষেত্ৰতো এক উল্লেখযোগ্য বৰঙণি আগবঢ়াইছিল। অৱশ্যে ইংৰাজ চৰকাৰৰ পৰা পোৱা নানা ধৰণৰ বাধাই সংবাদ-পত্ৰৰ উন্নতিত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। সেয়ে সেই সময়ছোৱাত ভাৰতত সংবাদ-পত্ৰ আৰু সাংবাদিকতাৰ বিকাশ অতি মন্থৰ গতিত হৈছিল। যদিও সংবাদ-পত্ৰ আৰু সাংবাদিকতাৰ বিকাশৰ চেষ্টা অব্যাহত আছিল। তাৰ ফল স্বৰূপেই ভাৰতীয় সংবাদ-পত্ৰ আৰু সাংবাদিকতাই আজি এই অৱস্থাত উপনীত হ'ব পাৰিছে।

সৰ্বভাৰতৰ লগতে খোজ মিলাই অসমেও সংবাদ-পত্ৰ আৰু সাংবাদিকতাৰ ক্ষেত্ৰত আগুৱাই গৈছিল। অসমীয়া সংবাদ-সেৱাৰ শুভাৰম্ভ হয় উনৈশ শতিকাৰ পঞ্চাশৰ দশকত। ১৮৪৬ চনৰ জানুৱাৰী মাহত শিৱসাগৰৰ পৰা বেপ্টিষ্ট মিছনেৰীসকলে ধৰ্ম, বিজ্ঞান আদি বিষয়ক মাহেকীয়া আলোচনী 'অৰুণোদয়' প্ৰকাশ কৰিছিল। এই 'অৰুণোদয়' সংবাদ-পত্ৰই অসমীয়া সংবাদ-জগতৰ বাটকটীয়া। যদিও ইয়াৰ মুখ্য উদ্দেশ্য আছিল খৃষ্টধৰ্ম প্ৰচাৰ, তথাপি এই কথা স্বীকাৰ নকৰি উপায় নাই যে এই কাকতে অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিৰ উন্নতি সাধনত আৰু সমাজ পৰিবৰ্তনত যি উল্লেখযোগ্য বৰঙণি আগবঢ়ালে তাক সদায় এক মুখে স্বীকাৰ কৰিবই লাগিব।

'অৰুণোদয়' কাকতে জ্ঞান-বিজ্ঞানৰ উপৰিও দেশ-বিদেশৰ বা-বাতৰি

পশ্চিমীয়া সাহিত্য, সংস্কৃতিৰ লগত পৰিচয় কৰাই দিছিল। ফলত 'অৰুণোদয়'ৰ পৰা প্ৰেৰণা পাই এচাম অসমীয়া লেখক ভাষা-সাহিত্যৰ সেৱা কৰিবৰ বাবে আগবাঢ়ি আহিছিল। ডঃ মহেশ্বৰ নেওগদেৱৰ মতে— "এই যুগটো ভাষাৰ ক্ষেত্ৰত বাট বিচৰা, বাট কটাৰ যুগ"। 'অৰুণোদয়'ৰ পৰা প্ৰেৰণা লাভ কৰিয়েই ভাষাৰ ওজা স্বৰ্গীয় হেম বৰুৱাদেৱে ১৮৮২ চনত 'আসাম নিউজ' কাকত প্ৰকাশ কৰে। 'আসাম নিউজ' তেখেতৰ দ্বাৰাই সম্পাদিত হৈছিল। স্বৰ্গীয় গুণাভিৰাম বৰুৱাৰ সম্পাদনাত ১৮৮৫ চনত 'আসাম বন্ধু' প্ৰকাশ হৈছিল। ইয়াৰ উপৰিও 'আসাম বিলাসিনী' (১৮৭১-৮৫), 'আসাম মিহিৰ' (১৮৭২-৭৩) 'আসাম দৰ্শন' আৰু 'আসাম' আদি আলোচনী, বাতৰি কাকত প্ৰকাশ পাইছিল। এইবিলাক আলোচনী, বাতৰি কাকতে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত এক উল্লেখযোগ্য বৰঙনি আগবঢ়াইছিল। অৱশ্যে নানা কাৰণবশতঃ এইবিলাক আলোচনী, বাতৰি কাকতে অকাল মৃত্যু বৰণ কৰিছিল।

১৮৮৯ চনটো অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত এক উল্লেখযোগ্য উজ্জ্বল বছৰ। সেই বছৰতে কলিকতা প্ৰবাসী লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী প্ৰমুখ্যে কেইজনমান অসমীয়া ছাত্ৰৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলত 'অসমীয়া ভাষা উন্নতি সাধনী সভা'ৰ মুখপত্ৰ হিচাপে ১৮৮৯ চনত কলিকতাৰ পৰা 'জোনাকী কাকত' প্ৰকাশিত হৈছিল। প্ৰথমে চন্দ্ৰকুমাৰ আগৰৱালাদেৱেই 'জোনাকী'ৰ সম্পাদক আছিল। পিছলৈ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ দ্বাৰাও সম্পাদিত হৈছিল। শেষত 'জোনাকী' গুৱাহাটীলৈ আহি সত্যনাথ বৰাৰ দ্বাৰা সম্পাদিত হৈ তিনি বছৰ চলাৰ পিছত বন্ধ হয়। 'জোনাকী'য়ে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত এক নতুন যুগৰ সৃষ্টি কৰিছিল আৰু সেয়ে 'জোনাকী' কাকতৰ দান অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত অবিস্মৰণীয় আৰু অদ্বিতীয় হৈ আছে। জোনাকী কাকতে এচাম শক্তিশালী লেখকক কাষ চপাই আনিছিল। সেইসকল সৃষ্টিশীল লেখকে অসমীয়া ভাষা-সাহিত্যলৈ এক বৃজন পৰিমাণৰ সৃষ্টিধৰ্মী সাহিত্যৰ পৰম সম্পদ দান দি গ'ল। মুঠতে এই সময়ছোৱাতে অসমীয়া ভাষা-সাহিত্যই সকলো দিশতে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল। সেয়ে এই সময়ছোৱাক সেই কাকতৰ নামেৰে 'জোনাকী যুগ' বুলি অভিহিত কৰা হৈছে। জোনাকী যুগৰ ত্ৰিমূৰ্তি লক্ষ্মীনাথ, মাজিউ



আৰু হেম গোসাঁয়ে অসমীয়া সাহিত্যলৈ অতুল সম্পদ দান দি অসমীয়া ভাষা-সাহিত্যক শক্তিশালী কৰিলে। এই সময়ছোৱা অসমীয়া ভাষা-সাহিত্যৰ বাবে এক উল্লেখযোগ্য সময়? অসমীয়া ভাষা-সাহিত্যলৈ জোনাকী কাকতৰ দান একক। সেয়ে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীত জোনাকী কাকতৰ স্থান সদায়ে অদ্বিতীয় আৰু অবিস্মৰণীয় হৈ থাকিব।

জোনাকীৰ লগে লগে কৃষ্ণ প্ৰসাদ দুৱৰা, পদ্মনাথ গোহাঞিবৰুৱা আৰু বেনুধৰ ৰাজখোৱাৰ দ্বাৰা সম্পাদিত হৈ ১৮৯০ চনৰ পৰা ১৮৯২ চনলৈ 'বিজুলী' কাকত প্ৰকাশ হৈছিল। 'জোনাকী'ৰ দৰে 'বিজুলী'য়েও অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰত এক উল্লেখযোগ্য বৰঙনি যোগাই-ছিল। নানা কাৰণবশতঃ এইখন কাকতৰ প্ৰকাশো বন্ধ হয়।

১৮৯৪ চনত 'সাদিনীয়া আসাম' প্ৰকাশিত হয়। আৰু ১৮৯৬ চনত 'টাইমছ অৱ আসাম' নামৰ ইংৰাজী কাকতখন প্ৰকাশ হৈছিল। ইয়াৰ পিছত ১৯০২ চনত 'আসাম বন্তি' প্ৰকাশ হৈছিল। একে বছৰতে 'দি ইষ্টাৰ্ণ হেৰাল্ড' আৰু 'চিটিজেন' নামৰ দুখন ইংৰাজী সাদিনীয়া কাকত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত হৈছিল।

ইয়াৰ পিছত পদ্মনাথ গোহাঞি বৰুৱাদেৱৰ সম্পাদনাত 'উষা' (১৯০৭-১৬) আৰু লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সম্পাদনাত 'বাঁহী' (১৯০৯-৩৩ অম্বিকুমাৰ দাসৰ সম্পাদনাত ১৯৩৪-৩৬ মাধৱচন্দ্ৰ বেজবৰুৱা-দেৱৰ সম্পাদনাত ১৯৩৮-৪৫) প্ৰকাশিত হৈছিল। অৱশ্যে জোনাকী আৰু বিজুলী কাকতৰ তুলনাত এই দুখন কাকতে অসমীয়া ভাষা-সাহিত্যলৈ বিশেষ উল্লেখযোগ্য বৰঙনি আগবঢ়ালে বুলি ক'ব নোৱাৰি। প্ৰথম মহাযুদ্ধই সাময়িক ভাবে হ'লেও অসমতো বাতৰি কাকত, আলোচনীৰ সৃষ্টিৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি নকৰাকৈ থকা নাছিল।

ইয়াৰ পাছত ডিব্ৰুগড়ৰ পৰা 'আলোচনী' (১৯১০-১৭) কাকত প্ৰকাশ হৈছিল। এই কাকতখনি প্ৰসন্ন কুমাৰ বৰুৱা আৰু নীলমণি ফুকনদেৱৰ দ্বাৰা সম্পাদিত হৈছিল। ফুকনদেৱে এই কাকতখন অতি দক্ষতাৰে সম্পাদনা কৰিছিল। 'আলোচনী' কাকতেই তেওঁক সাংবাদিক জীৱনৰ ৰ'দ কাচলিত প্ৰৱেশ কৰোৱায়। 'আলোচনী'ৰ পাছত অগ্নিকাগিৰি

ৰায়চৌধুৰীদেৱৰ দ্বাৰা সম্পাদিত 'চেতনা' (১৯১৫-২৬) এখন উল্লেখযোগ্য কাকত।

'চেতনা'ৰ পাছত চন্দ্ৰকুমাৰ আগৰৱালাৰ পৃষ্ঠপোষকতাত 'সাদিনীয়া অসমীয়া' (১৯১৮) প্ৰকাশিত হৈছিল। পিছলৈ এই কাকতখনেই 'দৈনিক অসমীয়া' হিচাপেও প্ৰকাশ হৈছিল। এই কাকত নীলমণি ফুকন, জ্যোতিপ্ৰসাদ আগৰৱালা, ডিম্বেশ্বৰ নেওগ আদিৰ দ্বাৰা সম্পাদিত হৈছিল। এই কাকতখনে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত এক উল্লেখযোগ্য বৰঙনি আগ বঢ়াইছিল। ফুকনদেৱৰ সম্পাদনাত 'অসমীয়া'ই সকলো দিশতে এক অভিলেখ স্থাপন কৰিবলৈ সমৰ্থ হৈছিল।

ছাত্ৰ সন্মিলনৰ স্তৰত 'জন্মভূমি' আৰু 'মিলন' (১৯২৩) নামৰ দুখন আলোচনী প্ৰকাশ হৈছিল। 'মিলন' ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা আদিৰ দ্বাৰা সম্পাদিত হৈছিল। অসম মুছলমান ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'সাধনা'(১৯২৪), কমলাকান্ত ভট্টাচাৰ্য আদিৰ দ্বাৰা সম্পাদিত 'আসাম হিতৈষী'(১৯২৫) আৰু দীননাথ শৰ্মাদেৱৰ দ্বাৰা সম্পাদিত 'আৱাহন' (১৯২৯) আদি কাকতো প্ৰকাশ হৈছিল। এইখন কাকতে এচাম প্ৰতিভাশালী লেখকক আদৰি আনিছিল। দ্বিতীয় মহাযুদ্ধৰ বিভীষিকাই এই কাকতবিলাকৰ প্ৰকাশ বন্ধ কৰোৱায়।

তৃতীয় দশকৰ শেষৰ ফালে যোৰহাটৰ পৰা কীৰ্তিনাথ বৰদলৈদেৱৰ সম্পাদনাত 'সাদিনীয়া বাইজ' ১৯২৭ চনত প্ৰকাশিত হৈছিল। আনখন উল্লেখযোগ্য কাকত প্ৰথমতে সাপ্তাহিক পিছলৈ অসমৰ একমাত্ৰ 'দৈনিক বাতৰি' (১৯৩১-৩৬) কাকতখন সুযোগ্য সম্পাদক নীলমনি ফুকনদেৱৰ দ্বাৰা সম্পাদিত হৈছিল। ইয়াৰ পিছতো 'জয়ন্তী' (১৯৩৬-৩৮), 'সুৰভী' (১৯৪০, ৪২-৪৪), 'পচোৱা' (১৯৪৮-৬৯) প্ৰকাশিত হৈছিল। আৰু এই ধাৰাবাহিকতা অস্থ পৰিমিত চলি আছে ; ফলত অসমীয়া সংবাদ-সাহিত্যই আজিৰ এই স্তৰত উপনীত হ'ব পাৰিছে।

ৰায়বাহাদুৰ স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱাদেৱৰ পৃষ্ঠপোষকতাত তেখেতৰ ঠেঙাল বাৰীত থকা পৈতৃক বাসভৱনৰ চোলতে ১৮৫২ শঁকত 'বাতৰি'ৰ জন্ম হয়। প্ৰথমতে স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱাই যদিও 'সাপ্তাহিক বাতৰি'ৰ নামত সম্পাদক আছিল, কামত ফুকনেহে তেখেতৰ নতুনকৈ খোলা 'নীলমণি চাহ বাগিচা'ৰ পৰাই সম্পাদকীয় আদি যুগুতাই দিছিল।



১৮৫২ শঁকৰ বিজয়া দশমীৰ দিনা প্ৰতিষ্ঠা কৰা 'সাপ্তাহিক বাতৰি' আৰু ১৯৩৫ চনৰ ১২ আগষ্টত 'দৈনিক বাতৰি' প্ৰতিষ্ঠা হৈছিল। শিৱপ্ৰসাদ বৰুৱাৰ নিমন্ত্ৰণত আহি ফুকনদেৱে স্বতন্ত্ৰভাৱে 'বাতৰি'ৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। ফুকনদেৱৰ বৰ্তমান থকা ঘৰৰ কাষতে 'বাতৰি'ৰ কাৰ্যালয় আছিল। আৰু তেখেত বৰ্তমান থকা ঠাইতে থাকি 'বাতৰি'ৰ কাম-কাজ চলাইছিল। যোৰহাটৰ পৰাই প্ৰথমতে সাপ্তাহিক পিছলৈ দৈনিক হৈ 'বাতৰি' সুদক্ষ সম্পাদক ফুকনৰ দ্বাৰা সম্পাদিত হৈ ওলাইছিল। এই 'দৈনিক বাতৰি'য়েই অসমৰ প্ৰথম দৈনিক বাতৰি কাকত। 'বাতৰি'ৰ যোগেদিয়েই 'আলোচনী'ৰ যোগেদি আৰম্ভ হোৱা সাংবাদিক জীৱনে গঢ় লয়। 'বাতৰি'য়ে সেই কালত ফুকনৰ দৰে অনেক গুণী-মানী সাংবাদিক-সাহিত্যিকৰ জন্ম দিছিল। সৰ্বশ্ৰীবেণুধৰ শৰ্মা, আনন্দ চন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মালিক প্ৰমুখ্যে এচাম প্ৰথিতযশা সাহিত্যিকক 'বাতৰি'য়ে কাষ চপাই আনিছিল। ফুকনদেৱে 'বকুলবনৰ' কবি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাদেৱক তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলৰ পৰা মতাই আনি 'বাতৰি'ৰ সহযোগী সম্পাদক হিচাপে নিয়োগ কৰে। তেখেতৰ লগত প্ৰথিতযশা সাংবাদিক 'আসাম ট্ৰিবিউন'ৰ সুযোগ্য সম্পাদক লক্ষ্মীনাথ ফুকনদেৱ আৰু সু-সাহিত্যিক বেণুধৰ শৰ্মাদেৱো নানা ভাৱে জড়িত আছিল।

সেই সময়ত আজিৰ দৰে সংবাদ গ্ৰহণৰ বাবে নানা বৈজ্ঞানিক আহিলা-পাতিৰ সহায় লবলৈ পোৱা নাছিল। বিশেষকৈ অসমৰ ক্ষেত্ৰত এখন দৈনিক কাকত চলোৱাৰ কথা বহুতে ভাৱিবও পৰা নাছিল। বিশেষকৈ প্ৰাক্ স্বাধীনতাৰ কালত যেতিয়া অসমত এটা প্ৰেছ স্থাপনৰ বাবে অসুবিধা আছিল, তেনেসময়ত অসমত এখন দৈনিক বাতৰি কাকত চলোৱাটো কিমান কষ্টসাধ্য আৰু সাহসৰ কাম আছিল তাক নক'লেও হ'ব। তাতে বাতৰি প্ৰতিষ্ঠান এটা নতুন সংবাদ প্ৰতিষ্ঠান। তেতিয়াৰ দিনত আজিৰ দৰে যাতায়তৰ ব্যৱস্থাও সুচল নাছিল। অন্যহাতে সংবাদ সংগ্ৰহৰ উপৰিও কাকতৰ পৰিচালনা আৰু বিতৰণ বিশেষকৈ পৰাধীন কালত নিৰ্ভীকভাৱে স্বতন্ত্ৰীয়াকৈ এখন সংবাদ পত্ৰ সম্পাদনা কৰাটো কিমান জটিল কাম তাক সহজেই অনুমেয়। কিন্তু ফুকনৰ দক্ষতা, কৰ্ম-তৎপৰতা আৰু তীক্ষ্ণবুদ্ধিৰ আগত সকলো সম্ভৱ হৈছিল। সেই কালতেই 'বাতৰি'য়ে বয়তাৰৰ পৰা বাতৰি সংগ্ৰহ কৰি সংবাদ জগতত অভিলেখ

স্থাপন কৰিব পাৰিছিল। তেখেতৰ বলিষ্ঠ লেখনিৰ যোগেদি 'বাতৰি'ৰ মাধ্যমেৰে অসমৰ নানা সমস্যা নিৰ্ভীকভাৱে দাঙি ধৰিছিল।

'বাতৰি'ৰ জন্মৰ লগে লগে লাগি আছিল "বৃহত্তৰ বাংলা"ৰ প্ৰশ্ন। শ্ৰীহট্টৰ হিন্দু বঙালী সকলে অসমক পূৰ্ববঙ্গৰ লগত চামিল কৰি "বৃহত্তৰ বাংলা" গঢ়াৰ দুঃস্বপ্ন দেখিছিল। এই ক্ষেত্ৰত অসমৰ ৰৰনুৰীয়া সকল আছিল নিমাত। ৰাজনৈতিক কাৰণত কংগ্ৰেছে নীৰৱতাৰ আশ্ৰয় লৈছিল। সেয়ে ফুকনদেৱে অসমৰ এনে দুৰ্যোগৰ সময়ত অসমৰ একমাত্ৰ দৈনিক কাকত 'দৈনিক বাতৰি'ৰ দায়িত্বৰ কথা উপলব্ধি কৰি 'বাতৰি'ৰ যোগেদি এই কাৰ্যৰ ঘোৰ প্ৰতিবাদ কৰি সম্পাদকীয় প্ৰকাশ কৰিছিল। ইয়াৰ উপৰিও তেখেতে দেশৰ বিভিন্ন সমস্যা সমাধানৰ বাবে স্পষ্টভাৱে মতামত দাঙি ধৰিছিল। তেখেতে, ভাৰতে স্বৰাজ বিচাৰিছে কাৰ নিমিত্তে, অসমৰ চুকে-কোণে অসমীয়া ভাষা, সাম্প্ৰদায়িক সমস্যা আৰু স্বৰাজ, ফৰেষ্ট ৰিজাৰ্ভত গৰু-মহ, বৰ্তমান আমাৰ কৰ্তব্য, বিশ্ববিদ্যালয় এটা জাতীয় অভাৱ, জাতিৰ দুৰ্বলতা ক'ত, গাওঁ সংগঠনত তৰুণ শক্তি, অসমত মিউজিয়াম, অসম বিশ্ববিদ্যালয় দিন, শঙ্কৰ প্ৰতিভা, অসমৰ স্কুলৰ শিক্ষাৰ বাহন অসমীয়া, অসমৰ সমস্যা, বোৱা-কটা কাম, অসমীয়া জাতিৰ একমাত্ৰ কৰ্তব্য, স্থায়ী স্বৰাজ কংগ্ৰেছৰ আদৰ্শ, অসম বিশ্ববিদ্যালয় আঁচনি, অসমত দুৱলীয়া ভাষা বঙলা হবনে, জগতৰ শান্তি পৰ্ব আদি শক্তিশালী আৰু চিন্তাগধুৰ সম্পাদকীয় স্তম্ভেৰে অসম আৰু অসমীয়াৰ হাজাৰ সমস্যা স্পষ্টভাৱে দাঙি ধৰি চৰকাৰ আৰু ৰাইজক সেইবোৰৰ প্ৰতি সতৰ্ক আৰু সজাগ কৰি দিছিল।

'বাতৰি' অসমীয়া ৰাইজৰ আশা-আকাংক্ষাৰ বাৰ্তাবাহক স্বৰূপ আছিল। সেয়ে অসমীয়া ৰাইজে 'বাতৰি'ক সাদৰেৰে আদৰিছিল। 'বাতৰি' সম্পৰ্কে ১৯৩৪ চনৰ ডিচেম্বৰ মাহত মঙ্গলদৈত বহা পঞ্চদশ অধিবেশনৰ সভাপতি 'ভাওনি কোঁৱৰ' স্বৰ্গীয় আনন্দ চন্দ্ৰ আগৰৱালাদেৱৰ মন্তব্য উল্লেখযোগ্য—"যোৰহাটৰ পৰা অসমৰ প্ৰধান ধনী চাহ ব্যৱসায়ী ৰায় বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই প্ৰকাশ কৰা 'বাতৰি' কাকত-খন বন্ধুবৰ শ্ৰীযুত নীলমনি ফুকনদেৱে দক্ষতাৰে সৈতে সম্পাদনা কৰাত সেই কাকতৰ প্ৰচাৰ বাঢ়িছে। 'বাতৰি' সঁচাকৈয়ে পঢ়ি সন্তোষলগা হৈছে। আমি 'অসমীয়া' আৰু 'বাতৰি' দুয়োখন কাকতৰ শ্ৰীবৃদ্ধি কামনা



কৰিলো"। শ্ৰীবেণুধৰ শৰ্মাদেৱে 'বাতৰি'ৰ সুযোগ্য সম্পাদক ফুকনদেৱৰ বিষয়ে 'বাতৰিৰ বিভূতি' গ্ৰন্থৰ পাতনিত কৰা মন্তব্য এফাকি এনেধৰণৰ— "শ্ৰীনীলমণি ফুকন সম্পাদক নহৈ আন এজন হোৱা হলে 'বাতৰি'ৰ আগত 'বিভূতি' শব্দটো কেতিয়াও বজিতা থাব নোৱাৰিলেহেঁতেন। কিয়নো এই গৰাকী সম্পাদকৰ নামটো অন্বয় কৰিলেই শাশ্বত অশাশ্বত খ্যাতি অখ্যাতি সম্পন্ন যি গুণ ৰাশি নিহিত থকা পোৱা যায়, স্বকীয়া এজনৰ গাত সেইখিনি পোৱা নগলহেঁতেন"।

সেই সময়ত 'বাতৰি' ছপা আৰু অন্যান্য দিশত সহায় কৰা লোক সকলৰ সম্পৰ্কে শৰ্মাদেৱৰ 'বাতৰিৰ বিভূতি' গ্ৰন্থৰ পাতনিত এনেধৰণে লিখিছে—"ঠেঙালৰ 'বাতৰি' অফিচত যোৰহাটৰ পৰা আহি সম্পাদক ফুকন ডাঙৰীয়াই যিটো চেৰেকনি সদৃশ অমৃতযেন ধৰমহণি দিব তাকনো আজি ক'ত শুনিবলৈ পাব? যোৰহাটৰ ঘৰলৈ গলে 'হেৰ ভালি চাহ এটোপা লৈ আহ" বুলি মৰমেৰে মতা মাতষাৰ ক'ত শুনিম। মাজুলীৰ মানুহজনক চাহ দিবলৈ কোৱা ফুকন ডাঙৰীয়াৰ সেই গলগলীয়া মাত আজিনো ক'ত শুনিম? বিজুলীশক্তি পৰিচালিত মেচিন প্ৰেছ চলোৱা হাত থঁৰা মিস্ত্ৰীয়েনো আজি "আমি কি চালাচ্ছি ভগৱানে চালাচ্ছে" বুলি বিশ্বকৰ্মা বিশ্বাসী 'বাতৰি' ছাপাখানাৰ মিস্ত্ৰীৰ দৰে মিস্ত্ৰী এজন ক'ত ওলাৰ? নিৰীহ-নিপানী চাপকটাৰ গোসাঁই শ্ৰীযুত নন্দনাথ গোস্বামীৰ দৰে নিয়াৰিকৈ কাম কৰা হেডপ্ৰিন্টাৰ এজন 'বাতৰি'য়েহে গঢ়িছিল। নোমে-গোঁফে ভোবোকাৰ কাণৰ লটিতো নোম ভৰা উদ্ধৰ ফুকন মেনেজাৰ আজি নাই। স্তনীয়া কেঞ্চাক ভিতৰি টিপদি আহিবলৈ সেলেঙি লগোৱা তামোল ৰাগৰঞ্জিত বৰণীয়া ৰোমেশ্বৰ বৰদলৈ টিকি-টিকি হিচাপৰ ৰহীটো আৰু কোনে লুটিয়াই থাকিব? শ্ৰীমান ৰাজীৱলোচন বৰুৱাই চাই থাকোতেই প্ৰুফৰ তলতে টোপনিয়াই-টোপনিয়াই লিখিলোৱা কবিতাৰ শাৰীচেৰেক আজি কোনজন 'প্ৰুফ-ৰিডাৰ'ৰ ওচৰত পাব?"

প্ৰায় ছয় বছৰ নিয়াৰিকৈ চলাৰ পাছত ১৯৩৬ চনৰ ৭ পুহত নানা কাৰণবশতঃ 'বাতৰি'ৰ অকাল মৃত্যু ঘটে। ফুকনৰ বাবে ই এটা মৰ্মান্তিক ঘটনা স্বৰূপ হৈছিল। পিছদিনা পুৱা ফুকনৰ মন-আকাশত বেজাৰৰ কুঁৱলীয়ে ছাটি ধৰাৰ দৰে চাৰিওফালে বহুদেৰিলৈকে কুঁৱলীয়ে

আৱৰি আছিল; যেন তেখেতসকলৰ বিষাদত প্ৰকৃতিয়েও দুখেৰে সহানুভূতি জনাইছিল। সেইদিনাই ফুকনদেৱে 'কুঁৱলী' নামেৰে এটা কবিতা লিখি মনৰ বেজাৰৰ কথা প্ৰকাশ কৰে। যদিও ১৯০৯ চনতে তেখেতৰ কবি মানসৰ প্ৰকাশ 'হতাশা' কবিতাৰে আৰম্ভ হৈছিল; তথাপি 'কুঁৱলী'ৰ যোগেদিয়েই তেখেতৰ প্ৰকৃততে কবিতা লিখাৰ শুভাৰম্ভ হয় বুলি কব লাগিব আৰু তেখেতৰ প্ৰথম কবিতাৰ পুথি 'জ্যোতিকণা'ৰ সৃষ্টি হয়। আৰু ইয়াৰ পিছৰ পৰাই তেখেতে মৃত্যুলৈকে কবিতা লিখিবলৈ লয়। ফুকনদেৱ জেইলত থকাৰ সময়ত 'বাতৰি'ৰ কপি আৰু অন্যান্য অনেক লাগতিয়াল কাগজ নষ্ট হ'ল। কেৱল বুৰঞ্জীবিদ শ্ৰীবেণুধৰ শৰ্মাদেৱৰ যত্নত ৰ'ল 'বাতৰিৰ বিভূতি'ত সন্নিবিষ্ট কৰা ৰচনাকেইটি। তাত থকা সম্পাদকীয়-খিনি বৰ্তমান দেশৰ সমস্যা আৰু ইয়াৰ সমাধানৰ ভৱিষ্যৎ বাণী বুলি ক'ব পাৰি।

ইয়াৰ উপৰিও 'ন-জোন' নামৰ পত্ৰিকাখনো ফুকনদেৱৰ দ্বাৰা সম্পাদিত হৈছিল। এই বিলাকতো তেখেতৰ দক্ষতা অক্ষুন্ন ৰাখিব পাৰিছিল।

সাংবাদিকতা সম্পৰ্কে তেখেতৰ মত অতি সুস্পষ্ট আৰু আজিৰ সাংবাদিকৰো গ্ৰহণীয়। তেখেতৰ মতে "সাংবাদিক হবলৈ হলে প্ৰথমতে মানুহজন অনুসন্ধিৎসু হব লাগিব। নিৰপেক্ষ সমালোচনা, উৰা-বাতৰি চালি-জাৰি ল'ৰ পৰা হাত, য'ত 'দেখা কথাবো লবা তিনিটা প্ৰমাণ' বুলি কোৱা হয়, তেনেস্থলত অনেক ক্ষেত্ৰত ঘটনা স্থলীলৈ নগৈয়ো আনৰ মুখত শুনি প্ৰশ্ন কৰি কথাৰ পম খেদি খেদি সত্যৰ উদ্‌ঘাটন কৰা, যাৰ মুখত শুনা, য'ৰ-ত'ৰ বাতৰিবিলাক সংগ্ৰহ কৰি সকলোখিনিৰ মাজৰ পৰা পাৰ্যমানে প্ৰকৃত সংবাদখিনি দিব পৰাটোৱেই সাংবাদিকৰ যোগ্যতাৰ প্ৰমাণ কৰে আৰু সেয়ে তেখেতৰ কৰ্তব্যও। সাংবাদিকৰ দায়িত্ব অতি গধুৰ। সাংবাদিক এজনৰ পৰ্যবেক্ষণ শক্তি যথেষ্ট হ'ব লাগে। তেওঁ-বিলাকে হাত আহক নাহক সংবাদবিলাক কেইবা চালনিও দিব লাগে। ৰাজনীতিজ্ঞ, কূটনীতিজ্ঞসকলৰ পৰা নানা বুদ্ধিৰে আলেঙে আলেঙে কুহুলিয়াই কুহুলিয়াই আচল কথাবোৰ উলিয়াব লাগে। এইবিলাক কথা সহজসাধ্য কেতিয়াও হ'ব নোৱাৰে। পুলিচৰ দৰে তদন্ত কৰিব লাগে। গতিকে সাংবাদিক হ'বলৈ হ'লে শেনচকুৱা, শহাকনীয়া, শিয়ালৰ টেঙৰালি, বাঘৰ গোজৰনি, মিতিৰৰ ভাও, শত্ৰুৰ সতৰ্কতা, এই সকলোবিলাক মুখা



পিন্ধিব লাগিব। এই সাংবাদিকে এইদৰে বহুৰূপী সাজপিন্ধি নিজৰ প্ৰকৃত দায়িত্বপূৰ্ণ সাংবাদিকৰ ব্যক্তিত্ব ৰক্ষা কৰিব লাগিব"। ইয়াৰ উপৰিও ফুকনদেৱ সৰ্বভাৰতীয় আকাশবাণীৰ এজন প্ৰসিদ্ধ বাণী যোগনীয়াৰ আৰু প্ৰচাৰক আছিল।

বাঁহী যুগৰ যি কেইজন কবি-সাহিত্যিকৰ সৃষ্টিয়ে অসমীয়া সাহিত্যৰ বুৰঞ্জীক অতুল সম্পদ দান দিছে, সেইসকলৰ ভিতৰত ফুকন অন্যতম। এই কবি গোষ্ঠীৰ ভিতৰত ফুকনৰ ৰচনাই সৃষ্টি ধৰ্মিতাৰ দাবী কৰিব পাৰে। ফুকন মূলতঃ কবি। থমাচ্ হাৰ্ডিৰ দৰে ফুকনে প্ৰায় ৬০ বছৰ বয়সৰ পৰাহে কবিতা লিখিবলৈ লয়। অৱশ্যে তেখেতৰ কবি মানসৰ প্ৰকাশ ১৯০৯ চনতে প্ৰথম কবিতা 'হতাশা' 'উষা' কাকতত ওলাইছিল। তেখেতৰ দ্বিতীয় কবিতা 'বহাগী' 'আৱাহন'ত ওলাইছিল। 'আৱাহন'তে তৃতীয় কবিতা 'নহক ফুটীয়া কঠাল' প্ৰকাশ পাই যদিও এয়া চেগা-চোৰোকাকৈ লিখাহে। 'দৈনিক বাতৰি' বন্ধৰ পাছত ১৯৩৬ চনত লেখা 'কুঁৱলী' নামৰ কবিতাৰ পৰাহে একেধাৰে তেখেতৰ লেখনি চলাই যায় আৰু 'জ্যোতিকণা' নামৰ প্ৰথম কবিতা সংকলনটি প্ৰকাশ পায়। 'জ্যোতিকণা'ৰ পৰা 'কীৰ্তনৰ লৰণু'লৈকে ইংৰাজী Aetiologyৰ পৰা Assam plains and hills—Bulwark of India লৈকে প্ৰকাশিত অপ্ৰকাশিত পঞ্চলিশখনতো অধিক কিতাপৰ উপৰিও অসমীয়া ইংৰাজীত লিখা নানা প্ৰবন্ধ প্ৰকাশ হৈছে। এই সুদীৰ্ঘ পথ যাত্ৰাত তেখেতৰ কবি মানসত বাৰেবৰণীয়া বৈচিত্ৰপূৰ্ণ অভিজ্ঞতাৰ সমাবেশ হৈছে। নিশ্চয় দ্বন্দৰ ঠেকা-ঠেকি হৈছে। এই বিলাক তেখেতৰ লেখনিতো কম-বেছি পৰিমাণে প্ৰতিফলন নোহোৱাকৈ থকা নাই। অসমীয়া সাহিত্যলৈ ফুকনৰ দান লেখৰ-জোখৰ।

তেখেতৰ ৰচনা সমূহক সাহিত্যিক, দাৰ্শনিক, নৈতিক, আধ্যাত্মিক, ৰাজনৈতিক, সংস্কাৰমূলক ইত্যাদি শিতানত ভাগ কৰিব পাৰি। পৰিণত বয়সত লেখাৰ বাবে ফুকনৰ কবিতাত ৰোমান্টিক, অতিন্দ্ৰীয়বাদী আৰু দাৰ্শনিক ভাবৰ অসংলগ্ন সমন্বয়; বয়সে আঁচোৰা গভীৰ চিন্তাপ্ৰসূত মনৰ অভিব্যক্তি যেন লাগে। এই ক্ষেত্ৰত হেম বৰুৱাদেৱৰ মন্তব্য এনেধৰণৰ— "বয়সত যদিও জীৱনৰ শেষৰ ভাগলৈহে ফুকনদেৱে কবিতা ৰচিবলৈ লয়।

সেই কাৰণেই মানুহজনক নানা গতি-প্ৰগতিৰ যেনে—ৰোমাণ্টিক আৰু ক্লাচিকেল, অতিন্দ্ৰীয়বাদী আৰু দৰ্শনতাত্বিক ইত্যাদিৰ অস্থিৰ সমন্বয় যেন লাগে।" দুই চাৰিটা কবিতাৰ বাহিৰে ফুকনৰ প্ৰায়বিলাক কবিতা গন্তধৰ্মী আৰু উপদেশমূলক। ফুকনদেৱ মানসীৰ সাৰ্থক কবি। ফুকনদেৱৰ চিন্তাৰ গভীৰতা আৰু উপমা প্ৰয়োগ যথাযথ। কিন্তু সেই বুলি শব্দৰ প্ৰাচুৰ্য কম। প্ৰায়বিলাকেই উপদেশমূলক। 'ভিকহু', 'তুখীৰাম' আদি কবিতাৰ ৰচনাত কবিৰ সংবেদনশীলতা লক্ষ্য কৰা যায়। অৱশ্যে ফুকনৰ কাব্যৰচনাত অনুকৰণৰ কোনো প্ৰমাণ পোৱা নাযায়। তেখেতে কবিতাত অনুভূতিতকৈ বুদ্ধিক অধিক প্ৰাধান্য দিয়া যেন লাগে। ফুকনৰ কবিতা মূলতঃ অতিন্দ্ৰীয়বাদী আৰু সৌন্দৰ্য সন্ধানী। এই ক্ষেত্ৰত ডঃ বাণীকান্ত কাকতিদেৱৰ মন্তব্য উল্লেখ কৰিব পাৰি "Nilmoni Phookan is the only Assamese poet of lofty spiritual aspirations." আৰু হেম বৰুৱাদেৱৰ মতে—"ফুকনৰ কবিতাত অনুৰাগতকৈ চিন্তাৰস্তক, অনুভূতিতকৈ বুদ্ধি সত্তাক অধিক প্ৰাধান্য দিয়া যেন লাগে।"

ফুকনৰ প্ৰথম কবিতাৰ পুথি "জ্যোতিকণা" ১০৮ টা কবিতাৰ স্তুপ। ইয়াত জগতৰ পদাৰ্থসমূহক জ্যোতিকণাই অন্তৰ্দৃষ্টিৰে চাবলৈ শিকাইছে। 'মানসী' ১৬টা কবিতাৰ সমষ্টি মাথোন। ফুকনদেৱেই 'মানসী'ৰ দৰে সাৰ্থক কবিতাপুথিৰ ৰচনা কৰিছে আৰু অতিন্দ্ৰীয়বাদী সৌন্দৰ্যৰ সন্ধানত ব্ৰতী হৈছে। একেজনৰ কাপৰ পৰাই 'সাহিত্য-কলাৰ দৰে উৎকৃষ্ট আৰু চিন্তাগধুৰ সমালোচনা গ্ৰন্থ ওলাইছে।

তেখেতৰ কাপৰ পৰাই ওলোৱা 'গুটিমালী'ত সৰল অসমীয়া গাৱঁলীয়া জীয়ৰী পথিলীয়ে ভৰযৌৱনতো নিজৰ প্ৰেমিকাক উপেক্ষি বৃদ্ধা মাকৰ লালন-পালনৰ কৰ্তব্যকহে অগ্ৰাধিকাৰ দিয়া কাৰ্যক ; দুষ্যন্তৰ চিন্তাত নিজৰ কৰ্তব্য, অতিথি শুশ্ৰূষা পাহৰি শাপভ্ৰষ্টা হোৱা শকুন্তলাতকৈ ওপৰত দিব খোজে।

ফুকনদেৱৰ "মহাপুৰুষীয়া ধৰ্ম", "ভক্তিমাৰ্গ দৰ্শন" আদি ভক্তিতত্ব বিষয়ক বৈষ্ণৱ ধৰ্মৰ অমূল্য গ্ৰন্থ। অন্যহাতে তেখেতৰ জেইল জীৱনৰ অভিজ্ঞতাৰে পুষ্ট "জিঞ্জিৰি" এক অপূৰ্ব সৃষ্টি। ইয়াক জেইল জীৱনৰ অভিজ্ঞতাৰ অভিব্যক্তি বুলি ক'লেও অতিৰঞ্জিত কৰা নহ'ব।



"শতধাৰা", "মৰ্মবাণী" আদি তেখেতৰ আত্মবিশ্লেষণমূলক পুথি। ইয়াৰ উপৰিও তেখেতে ৰচনা কৰা সৰু-বৰ অনেক প্ৰকাশিত আৰু অপ্ৰকাশিত গ্ৰন্থ আছে। তেখেতৰ সৃষ্টিধৰ্মী ৰচনাৰ সুদীৰ্ঘ পথযাত্ৰাত বাৰেবৰণীয়া অভিজ্ঞতাৰ সমাবেশ হোৱাতো পৰিলক্ষিত হয়।

তেখেতৰ ৰচনাসমূহৰ ভিতৰত 'মানসী', 'সাহিত্যকলা', আদি দুখনমান কিতাপ গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ পাঠ্যপুথি মনোনীত হোৱাৰ যোগ্যতা লাভ কৰিছিল। ফুকনৰ সাহিত্য প্ৰতিভা সম্পৰ্কে তিনিচুকীয়াৰ পৰা প্ৰকাশিত তিনিমহীয়া কাকত 'Vision'ৰ (Vol. 1 ১৯৬৯ চনৰ অক্টোবৰ সংখ্যাত প্ৰকাশিত) মন্তব্য এনেধৰণৰ—"Apart from being a first rate orator and a crusader of peace, Shri Phookan has made his mark as a good literateur. A post naturalist of high order, his close observation of the cosmological order of the world is negligible by no means. The language of his poetry may be as rough as "just of pointed rocks" but down below the language there is the "shining level of (his philosophical lake)" He has enriched the Assamese literature by his thoughtful poetry, patriotic prose, rationalistic outlook of life."

তেখেতে ইংৰাজীত লিখা কিতাপৰ ভিতৰত Aetiology of Hills Movement, Hills and Plains defence Oriented, Federeted Government of Hills and Plains, Assam Plains and Hills—Bulwark of India আদি উল্লেখ কৰিব পাৰি। এই কিতাপ বিলাক যোৱা পৰ্বত-ভৈয়ামৰ পৃথকীকৰণ আন্দোলনৰ সময়ত ভাৰত চৰকাৰ আৰু অসম চৰকাৰলৈ প্ৰেৰণ কৰি পৰ্বত-ভৈয়ামৰ বিষয়ে এক বিশদ বিৱৰণ দাঙি ধৰিছিল। লগতে পৰ্বত-ভৈয়ামৰ পৃথকীকৰণৰ বিৰুদ্ধে যুক্তিসহকাৰে স্পষ্টমত দাঙি ধৰি তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ইয়াৰ উপৰিও তেখেতে তেতিয়াৰ কেন্দ্ৰীয় জলসিঞ্চন মন্ত্ৰী ডঃ কে, এল ৰাওলৈ ব্ৰহ্মপুত্ৰৰ বিষয়ে "Behaviour of the Brahmaputra in last sixty

years" নামেৰে এটা দীঘলীয়া টোকা লিখি ইয়াৰ নিয়ন্ত্ৰণৰ বিষয়ে পৰামৰ্শ দাঙি ধৰিছিল। এই টোকাই তেওঁলোকৰ ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণ সম্পৰ্কে চলোৱা অনুসন্ধানত বিশেষ সহায় কৰিলে বুলি ৰাজে তেখেতক কৃতজ্ঞতা জনাইছিল।

ফুকনদেৱে এগৰাকী সুনিপুণ প্ৰবন্ধকাৰো। তেখেতৰ দৰে অসমীয়া ইংৰাজী দুয়োটা ভাষাতে এগৰাকী সিদ্ধহস্ত লেখক অতি বিৰল। তেখেতে একোটা চিন্তা-গধুৰ বিষয়ৰ ওপৰত নিখুঁত ভাৱে ওজস্বী ভাষাৰে প্ৰবন্ধ লিখি যাব পাৰে। তেখেতে অসমীয়াৰ উপৰিও ইংৰাজীতো বহুতো প্ৰবন্ধ লিখিছে। সেইবিলাকৰ ভিতৰত—The trend of modern Assamese literature towards socialism and democracy, World renowned leader and distinguished member of Soviet Cultural delegation, The Soviet visitor's at Majuli, National integration, Gandhi humanity incarnate, The Social screen that was changing during Bezbarua's times, Specially memorable in 1971 Independence Day, Assam-Naga boundary under Ahom rule, Control of flood in Assam, A homage to Dr. Sarbapali Radhakrishnan ইত্যাদি তেখেতৰ কাপৰ পৰা ওলোৱা বিভিন্ন ধৰণৰ প্ৰবন্ধৰ কথা উল্লেখ কৰিব পাৰি। ইয়েই তেখেতৰ ইংৰাজী ভাষাত থকা ব্যুৎপত্তি আৰু প্ৰবন্ধকাৰ হিচাপে চিনাকী দিবলৈ যথেষ্ট। ইয়াৰ উপৰিও বিভিন্ন আলোচনী, বাতৰি কাকতত তেখেতৰ অনেক প্ৰবন্ধ সিঁচৰতি হৈ আছে।

ফুকনদেৱে তেখেতৰ পুথি-ভঁৰালৰ প্ৰায় ১০০ খন কিতাপ আৰু তেখেতৰ নিজা অপ্ৰকাশিত কিতাপসমূহ অসম সাহিত্য সভাৰ পুথি-ভঁৰাললৈ দান দিছে। এইখিনি সাহিত্য সভাই আনুষ্ঠানিক ভাৱে কৃতজ্ঞতাৰে গ্ৰহণ কৰে আৰু অপ্ৰকাশিত কিতাপখিনি পৰ্যায়ক্ৰমে প্ৰকাশৰ দিহা কৰিছে বুলি জনা যায়।

অধ্যাপক শ্ৰীনন্দ তালুকদাৰদেৱৰ সম্পাদনাত ফুকনদেৱৰ প্ৰকাশিত আৰু অপ্ৰকাশিত বছা-বছা কবিতাখিনিৰে এটি আটকধুনীয়া কবিতা সংকলন 'মানস প্ৰতিমা' নামেৰে প্ৰকাশ হৈছে।

উল্লেখযোগ্য যে তেখেতে 'জোনাকী যুগ'ৰ অসমীয়া ভাষা-সাহিত্যৰ



ৰেণ্য লেখকসকলক ব্যক্তিগত ভাৱে সান্নিধ্য লাভৰ সুযোগ পাইছিল। সেই সকলৰ ভিতৰত ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ভাওনি কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা, বিহগী কবি ৰঘুনাথ চৌধুৰী, অগ্নি কবি কমলাকান্ত ভট্টাচাৰ্য, 'অসম কেশৰী' অম্বিকাগিৰি ৰায় চৌধুৰী আদিৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। তেখেতসকলৰ ব্যক্তিগত সান্নিধ্য লাভৰ ফলত তেখেত সাহিত্যৰ প্ৰতি বেছি আকৃষ্ট হয়। বিশেষ ভাৱে লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু অম্বিকাগিৰি ৰায়চৌধুৰীৰ লগত তেখেতৰ সম্বন্ধ অতি নিবিড়। এবাৰ এটা ঘৰুৱা পৰিবেশত ফুকনদেৱৰ আইন পৰীক্ষাৰ প্ৰসঙ্গত বেজবৰুৱা ডাঙৰীয়াই ফুকনক কৈছিল—"ময়ো আধা উকিল হ'লো, তুমিও আধা উকিল হ'লা, ভালেই হ'ল দিয়া।"

ফুকনদেৱৰ জীৱনত ধৰ্মগ্ৰন্থ বিলাকৰ ভিতৰত গীতা, ৰামায়ণ, মহাভাৰত, উপনিষদ; জীৱন চৰিত্ৰৰ ভিতৰত, নেপোলিয়নৰ জীৱনী, ৰাজা ৰামমোহন ৰায়ৰ কিতাপ, বুকাৰ ওৱাশ্বিংটনৰ জীৱনী আদিয়ে বিশেষ প্ৰভাৱ পেলায়।

ফুকনদেৱৰ বহুমুখী প্ৰতিভাই বহল পৰিধিৰ সৃষ্টিৰ পথাৰ পলসুৱা কৰি গৈছে। তেখেত এজন গীতিকাৰো আছিল। "সংগীতকোষ" নামৰ গীতৰ বৃহত্তম সংকলনত ফুকনৰ গীতো সন্নিবিষ্ট কৰা হৈছে। খেমটা একতাল, অহং একতাল আদি সুৰত লিখা তেখেতৰ গীতে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰে। বৰ্তমান সেই গীতবিলাক পোৱা টান। বৰ্তমান বাৰ্দ্ধক্যজনিত অসুস্থতাৰ হেতুকে তেখেতৰ কাপ একৰকম বন্ধ বুলি ক'ব পাৰি।

ফুকনদেৱ বাগ্মীতাত অদ্বিতীয়। তেখেতে অসমীয়া, ইংৰাজী, বঙালী আৰু হিন্দী আদি ভাষাৰে অনৰ্গল একোটা চিন্তাগধুৰ বিষয়ৰ ওপৰত ওজস্বী ভাষাৰে মনোগ্ৰাহী সাৰুৱা বক্তৃতা দি যাব পাৰে। এনে যশস্বী বক্তা অতি বিৰল। সেয়ে তেখেতক 'বাগ্মীবৰ' উপাধিৰ প্ৰকৃত অধিকাৰী বুলি কোৱা হয়। বৰ্তমান অৱস্থাতো এজন সুস্থ সবল ডেকাৰ দৰেই আশাতীত ভাৱে স্পষ্টকৈ আৰু ডাঙৰকৈ তেখেতে কথা ক'ব পাৰে।

ককা ফুকনে, তেখেতৰ আত্মজীৱনীৰ প্ৰায় ৪২ পৃষ্ঠা লেখিছিল। তেখেতৰ আত্মজীৱনী এটা শতিকাৰ অসমৰ ৰাজনৈতিক, অৰ্থ-নৈতিক, সামাজিক আৰু সাংস্কৃতিক দিশত এক বাস্তৱ দলিল স্বৰূপ হ'ব তাত সন্দেহ নাই। চৰকাৰৰ পৰা সাহায্য পালেই এজন উপযুক্তলোক ৰাখি সেইখন সম্পূৰ্ণ কৰাৰ আশা ককাই পুহি আছে। তেখেতৰ ইচ্ছা আছিল চাউলখোৱাত তুশ বিঘামান মাটিলৈ তাতে এটা বিশ্ববিদ্যালয়ৰ আৰ্হিৰে এখন কলেজ গঢ়ি তুলিব। ফুকনদেৱৰ শিক্ষা বিস্তাৰৰ মনোভাব অতুলনীয়।

তেখেতে মাদ্ৰাজত 'বহা সৰ্বভাৰতীয় লেখক পৰিষদৰ' অধিবেশনত অসমৰ প্ৰতিনিধি হিচাপে যোগদান কৰি তাত—"Humanism in Art and literature" নামৰ এটা প্ৰবন্ধ পাঠ কৰি ভূয়সী প্ৰশংসা লাভ কৰিছিল। 'লেখক সমাজে কেনেকৈ পৃথিৱীৰ শান্তি স্থাপনত অৱদান যোগাব পাৰে?" এই বিষয়ত বিনোৱাজীৰ সূচনাত অমৃতসৰত এখন সৰ্বভাৰতীয় লেখকসকলৰ সভা বহিছিল। তাত ফুকনদেৱেই সভাপতিত্ব কৰিছিল। তেখেতে ১৯৬৮ চনৰ ২৭ এপ্ৰিলত হায়দৰাবাদত বহা সন্মিলনত নিমন্ত্ৰিত অতিথি হিচাপে যোগদান কৰে। উক্ত সভাত বৰ্ণ-বৈষম্য দুৰীকৰণ যুদ্ধৰ শ্বহীদ মাৰ্টিন লুথাৰ কিঙৰ সম্পৰ্কে "বৰ্ণভেদ' নামৰ কবিতা এটা লিখি ইংৰাজীলৈ "Classism" নাম দি অনুবাদ কৰি সভাত পাঠ কৰাত, সেইটো ইমান প্ৰশংসিত হৈছিল যে লগে লগে সম্পাদকে তাক সভাত গৃহীত কৰাই এহেজাৰ কপি ছপাই পাছদিনা আমেৰিকা, আফ্ৰিকাৰ বাতৰি কাকতলৈ প্ৰকাশৰ বাবে পঠাই দিছিল।

তেখেত দিল্লীৰ চেথ গোবিন্দ দাসৰ নেতৃত্বত হোৱা 'ভাৰতী সংগম' (এখন সাহিত্য পৰিষদৰ)ৰ প্ৰতিষ্ঠাপকসকলৰ অন্যতম আছিল। ইয়াত তেখেতে 'ভাৰতীয় জাতীয়তাৰ সংস্কৃতিক ভেটি' নামেৰে এখন ৰচনা পাঠ কৰি উচ্চ প্ৰশংসা লাভ কৰিছিল।

অসমক পাকিস্থানৰ ভিতৰুৱা কৰাৰ প্ৰস্তাৱ উঠোতে অসমৰ পৰা গোপীনাথ বৰদলৈদেৱৰ নেতৃত্বত দিল্লীলৈ পঠোৱা সজাতি দলৰ ভিতৰত ফুকনদেৱো এজন আছিল। সেই সময়ত দিল্লীৰ দৰবাৰত তেখেতে অখণ্ড যুক্তি প্ৰদৰ্শন কৰি সেই কাৰ্যৰ ঘোৰ বিৰোধীতা কৰিছিল।

---

# কাঁইট আৰু গোলাপ

"তোমাৰ কৰুণাবিন্দু কৃপাসিন্ধু মোৰ
তাতে মোৰ জীৱনত অমৃত মন্থন
তাৰেই অকণি দিম সবাৰো মুখত
অমৃতৰ অধিকাৰী হ'ব সৰ্বজন।"

মোগল ৰাজত্বৰ শেষৰ ফালে গৃহ-কন্দল, ক্ষমতাৰ বাবে অৰিয়া-অৰি আৰু অদূৰদৰ্শীতা আদি নানা কাৰণত ভাৰতবৰ্ষত একৰকম অৰাজকতাই দেখা দিছিল। ফলত প্ৰবল প্ৰতাপী মোগল সাম্ৰাজ্যৰ পতন আৰম্ভ হৈছিল। সেই সুযোগ লৈ বহুতো বিদেশী শক্তিয়ে ভাৰতৰ শাসনভাৰ নিজৰ হস্তান্তৰ কৰা লৈ হেতা-ওপৰা লগাইছিল। সেইসকলৰ ভিতৰত ইংৰাজ শক্তি অন্যতম।

১৬০০ খৃঃত 'ইষ্ট ইণ্ডিয়া কোম্পানী' নামৰ এটা ইংৰাজ বাণিজ্য কোম্পানীয়ে ইংলণ্ডৰ ৰাণী এলিজাবেথৰ পৰা অনুমতি লৈ ভাৰত-বৰ্ষৰ লগত বেহা-বেপাৰ কৰিবলৈ আহিছিল। এই সদাগৰী কোম্পানী-টোৱেই কালক্ৰমত গোজেই গছ হোৱাৰ উপক্ৰম কৰে। সমগ্ৰ ভাৰত-বৰ্ষতেই তেওঁলোকে ব্যৱসায় বিস্তাৰ কৰে। এটা সময়ত তেওঁলোকৰ ব্যৱসায় টনকিয়াল হৈ পৰে আৰু তেওঁলোকৰ মন অন্যফালে ঢাল খায়। ক্ৰমান্বয়ে ভাৰতৰ ৰাজনৈতিক অস্থিৰতা, ঘৰুৱা খাম-খেয়ালী আদিৰ সুযোগ গ্ৰহণ কৰি সেই ব্যৱসায় গোষ্ঠীটোৱে ভাৰতবৰ্ষত তেওঁলোকৰ একাধিপত্য বিস্তাৰ কৰাৰ মন মেলে। ক্ৰমান্বয়ে ইংৰাজ কোম্পানীটোৱে ছলে-বলে-কৌশলে তেওঁলোকৰ অধিপত্য বিস্তাৰ কৰে। পলাচী যুদ্ধত জয়ী হৈ ইংৰাজে বংগদেশৰ শাসন ভাৰ নিজৰ হাতলৈ নিয়ে। ইয়াৰ পাছত ক্ৰমান্বয়ে এখনৰ পাছত এখন ৰাজ্য অধিগ্ৰহণ কৰি ভাৰতত এখন ব্ৰিটিছ সাম্ৰাজ্য গঢ়ি তুলিছিল আৰু এই কোম্পানীটোৱেই ভাৰত-বৰ্ষৰ ভাগ্য নিয়ন্তা হৈ পৰিছিল।

ভাৰতৰ অন্য ঠাইৰ লগতে অসমৰ লগতো ইংৰাজ কোম্পানীৰ

ব্যৱসায়-বাণিজ্য চলি আছিল। ১৮১৭ খৃঃত বদনচন্দ্ৰই অসমলৈ মান আনে। লগে লগে এটা অন্ধকাৰময় যুগৰ আৰম্ভ হ'ল আৰু অসমৰ ভাগ্য ৰবি অস্ত যায়। মানৰ অত্যাচাৰত জৰ্জৰিত হোৱা অসমৰ শাসন ভাৰ শেষত ১৮২৬ খৃঃত ইয়াণ্ডাবু সন্ধিমতে ইংৰাজৰ হাতলৈ যায় আৰু লগে লগে ছশ বছৰীয়া প্ৰতাপী আহোম ৰাজত্বৰ অৱসান ঘটে। আৰম্ভ হয় দুৰ্যোগৰ দিন। মানৰ অত্যাচাৰত জুৰুলা হোৱা অসমে উশাহ লবলৈ নৌপাওঁতেই ইংৰাজৰ দমন-নীতি মূৰ পাতি লব লগীয়া হৈছিল।

সেই সময়ত ভাৰতৰ ৰাজনীতিৰ আকাশ ধূঁৱলি-কুঁৱলী। সমগ্ৰ ভাৰতবাসী ইংৰাজৰ দমন-নীতিত অতিষ্ঠ হৈ পৰিছিল। ভাৰতৰ চৌদিশে বিদ্ৰোহৰ তুঁহ-জুই উমি উমি জলি উঠিছিল। ফলত ভাৰতৰ স্বাধীনতা আন্দোলনৰ শুভাৰম্ভ হৈছিল। মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত সমগ্ৰ দেশতে দেশৰ স্বাধীনতা আন্দোলনৰ জুই দপ-দপ কৰি জলি উঠিছিল। অসমো সৰ্বভাৰতীয় কৰ্মক্ষেত্ৰৰ বাহিৰত থকা নাছিল। ফলত অসমেও সৰ্বভাৰতৰ লগতে জাতীয় আন্দোলনত আগভাগ লৈছিল।

সেই সময়ত ভাৰতৰ স্বাধীনতা আন্দোলনত অসমত অগ্ৰভাগ লোৱা সকলৰ ভিতৰত ফুকনদেৱো অন্যতম। অৱশ্যে তেখেতে আন্দোলনৰ গতি-বিধি লক্ষ্য কৰি তেখেতে কিছু পলমকৈহে আন্দোলনত যোগদান কৰে।

ফুকনদেৱে ছাত্ৰ অৱস্থাতে দাদাভাই নৌৰজী, ফিৰোজ চাহ মেহতা, ৰাণা দে, গোপাল কৃষ্ণ গোখলে, তিলক মহাৰাজ, লালা লাজপত ৰয়, সুৰেন্দ্ৰ নাথ বেনাৰ্জী, বিপিন পাল, অৰবিন্দ ঘোষ, শ্ৰীনিবাস শাস্ত্ৰী প্ৰমুখ্যে দেশ বৰেণ্য নেতা সকলৰ প্ৰায় সকলোৰে সাক্ষাৎ লাভ আৰু ওজস্বী বক্তৃতা শুনাৰ সুযোগ পাইছিল। সেয়ে তেখেতৰ মন ৰাজনীতিৰ মঞ্চলৈ বেছি আকৰ্ষিত হৈছিল। অৱশ্যে ১৯২১ চনৰ পৰাহে ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহন কৰে। লৰ্ড কাৰ্জনৰ দিনত শাসনৰ সুবিধাৰ অজুহাত বংগ বিভাজন কৰি এফালে পশ্চিমবংগৰ লগত বিহাৰ, উৰিষ্যাক লৈ বেলেগ প্ৰদেশ গঠন কৰে, আনফালে তেনে সময়ত অসমকো পূৰ্ববংগৰ লগত চামিল কৰাৰ এটা ষড়যন্ত্ৰ চলে। সুৰমা উপত্যকাৰ হিন্দু বঙালীসকলে অসমলৈ পিঠি দি বৃহত্তৰ বংগ গঢ়াৰ স্বপ্ন লৈ এখোজ-দোখোজ কৰি



আগবাঢ়ি গৈ আছিল। সেই সময়ত ব্ৰহ্মপুত্ৰ আৰু সুৰমা দুই উপত্যকাৰ একেখনেই ৰাজনৈতিক অনুষ্ঠান কংগ্ৰেছ। সেয়ে কংগ্ৰেছ দুই নাও-দুই ভৰি অৱস্থাত পৰিছিল। ৰাজনৈতিক কাৰণবশতঃ অসমীয়াৰ স্বাৰ্থবিৰোধী সুৰমা উপত্যকাৰ কাৰ্যত কংগ্ৰেছে মৌনতা অৱলম্বন কৰিছিল। সেয়ে ফুকনদেৱ কংগ্ৰেছৰ কাৰ্যত সন্তুষ্ট হোৱা নাছিল। কংগ্ৰেছৰ এই দুমুখীয়া নীতিক তেখেতে মানি ল'ব পৰা নাছিল। সেয়েহে তেখেতে অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থবিৰোধী কাৰ্যৰ বাবে 'সংৰক্ষিণী নীতি'ত সমৰ্থন জনাই 'অসম কেশৰী' অম্বিকাগিৰি ৰায়চৌধুৰীৰ লগত যোগাযোগ কৰি 'অসম সংৰক্ষিণী সভা'ৰ নীতি প্ৰচাৰ কৰি অসম আৰু অসমীয়া স্বাৰ্থৰ হকে সংগ্ৰামত অৱতীৰ্ণ হৈছিল। অসমলৈ অহা পমুৱাসকলক অসমৰ বৃহত্তৰ স্বাৰ্থ তথা তেওঁলোকৰ স্বাৰ্থৰ হকে তেওঁলোকে অসমীয়া ভাষা, সংস্কৃতিৰ লগত মিলি গৈ নিজকে অসমীয়া কৰি তুলিবলৈ আহ্বান জনাইছিল। বহুতেই ইয়াক ঠেক মনোভাব আৰু স্বাৰ্থপৰ বুলি আখ্যা দিছিল। বহুতো বঙালীলোকে তেখেতক অযথাভাৱে 'বঙালখেদা'লোক বুলি দোষাৰোপ কৰিছিল।

এই সম্পৰ্কত সংৰক্ষিণী সভাৰ নীতিৰ স্পষ্টীকৰণ দি বঙালীসকলক বুজাই দিয়াৰ চেষ্টা কৰিছিল। স্পষ্টীকৰণ আছিল এনেধৰণৰ "সংৰক্ষিণীয়ে অন্ধয়ো পঢ়িব পৰাকৈ স্পষ্ট ভাষাৰে লিখিছিল, বধিৰেও শুনিব পৰাকৈ উচ্চ স্বৰে কৈছিল, কেৱল মাত্ৰ অসমীয়া ভাষা গ্ৰহণ কৰি স্থায়ীভাৱে অসমত বসবাস কৰিবলৈ মনস্থ কৰা বহিৰাগত সকলোকে 'অসমীয়া' বুলি ধৰা হ'ব।" ফুকনদেৱে পৰৱৰ্তী কালতো সংৰক্ষিণী নীতিৰ বিষয়ে স্পষ্টীকৰণ দি কয় "অসমৰ খিলঞ্জীয়া অসমীয়া আৰু বংগদেশৰ খিলঞ্জীয়া বঙালী পূৰ্বপুৰুষসকলে এই সংৰক্ষিণী নীতিকেই মানি চলা বহিৰাগতলোক নাছিল জানো ? এই মুহূৰ্তত আমি অসমত কি দেখিবলৈ পাইছো ? আজি অসম উপত্যকাত অসমীয়া 'ৰাজ্য ভাষা' বুলি বঙালী ভাইসকলেও গ্ৰহণ কৰা নাই জানো ? ............তেন্তে সূক্ষ্মভাৱে চালে 'সংৰক্ষিণী নীতি'ৰ এয়ে সম্প্ৰসাৰণ নহয় জানো ?"

যদিও প্ৰথম অৱস্থাত ফুকনে কংগ্ৰেছত যোগদান কৰা নাছিল তথাপি কংগ্ৰেছৰ বিৰোধীতা কৰাও নাছিল। তেখেতে ভাবিছিল একে-

কোবেই ইংৰাজৰ হাতৰ পৰা দেশ স্বাধীন কৰা সহজ নহ'ব। সেয়ে এখোপ এখোপ কৰি আগুৱাই গৈ, নিজৰ প্ৰাপ্যখিনি আদায় কৰাটোহে বুদ্ধিয়কৰ কাম হ'ব। অন্যথাতে বৰ্তমানৰ সুবিধা এৰি দি নিজকে প্ৰতিষ্ঠা কৰাৰ পৰা বঞ্চিত কৰিলে, 'স্বাধীনতাৰ হকে সংগ্ৰাম কৰিবলৈ ন্যূনতম সম্বল আৰু সাহসখিনিও নোহোৱা হ'ব। 'মণ্টেগো-চামচ্‌ফোৰ্ড শাসন সংস্কাৰ' অনুযায়ী কৰা প্ৰাদেশিক ব্যৱস্থাপক সভাৰ ব্যৱস্থা কৰা হৈছিল যদিও অসমে সেই সুবিধা পোৱা নাছিল। সেয়ে তেওঁখেতে দেবেশ্বৰ চলিহাদেৱৰ সৈতে কলিকতাত অসমত কাউন্সিল দিবৰ বাবে দাবী জনাবলৈ আলোচনা কৰিবৰ বাবে এখন কমিটী আহ্বান কৰে। উক্ত আবেদন-আন্দোলনৰ সম্পাদক আছিল অসমৰ সুযোগ্য সন্তান কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। এই বিষয়ে তেখেতলোকে স্বনামধন্য মানিকচন্দ্ৰ বৰুৱাদেৱৰ যোগেদি তেতিয়াৰ বৰলাটৰ পৰিষদৰ সদস্য গোপাল কৃষ্ণ গোখলেকো লগ ধৰিছিল। সভাৰ সিদ্ধান্ত সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে তেখেতৰ কাকতত আখৰে আখৰে প্ৰকাশ কৰিছিল। তেখেত সকলৰ চেষ্টাৰ ফলতেই শেষত অসমে কাউন্সিল লাভ কৰে। এই ক্ষেত্ৰত দেবেশ্বৰ চলিহাদেৱৰ সক্ৰিয় সহযোগ স্মৰণযোগ্য। ফুকনদেৱে অসম লেজিচলেটিভ্ কাউন্সিলৰ ১৯২১ চনৰ পৰা ১৯২৭ চনলৈ সদস্য আছিল।

সময় পৰিবৰ্তনৰ লগে লগে তেখেতৰ আদৰ্শ পৰিবৰ্তন কৰাৰ সিদ্ধান্ত কৰে। অমৃতসৰৰ জালিয়ানাৱালাবাগৰ মেলাত সমবেত হোৱা নিৰস্ত্ৰ জনগণৰ ওপৰত নিৰ্মমভাবে বৃটিছ চৰকাৰে গুলীবৰ্ষণ কৰে। জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ লগে লগে ক্ৰমান্বয়ে বৃটিছৰ কঠোৰ মনোভাৱ লক্ষ্য কৰি তেখেতৰ মন বৃটিছৰ প্ৰতি ঘৃণাৰে ভৰি পৰে। সেইসময়ত গোটেই দেশ জুৰি স্বাধীনত আন্দোলনৰ ধুমুহাই দেশৰ বাকী অংশৰ লগতে অসমকো চুই গৈছিল। ভাৰতৰ অন্য প্ৰদেশৰ দৰে অসমৰো স্বাধীনচিতীয়া জনগণে ভাৰতৰ মুক্তিৰ আন্দোলনত সহাঁৰি দি সজাগ হৈ উঠিছিল; অসমী আইৰ সুযোগ্য সন্তান ফুকনদেৱো থিৰেৰে নাথাকিল, থাকিব নোৱাৰিলে। তেখেতে জগতৰ শান্তিস্থাপক মহামানৱ মহাত্মা গান্ধীজীৰ নেতৃত্বাধীন স্বাধীনতা আন্দোলনত যোগদান কৰাৰ সিদ্ধান্ত কৰে। সেই সময়ত তেখেতে সৰ্বভাৰতীয় দেশ-



বৰেণ্য জননেতা ড° সৰ্বপল্লী ৰাধাকৃষ্ণন, পণ্ডিত জৱাহৰলাল নেহৰু, ড° ৰাজেন্দ্ৰ প্ৰসাদ, লাল বাহাদুৰ শাস্ত্ৰী, মতিলাল নেহৰু, ড জাকিৰ হুছেইন, ফখৰুদ্দিন আলি আহমেদ প্ৰমুখ্যে ব্যক্তি সকলৰ ব্যক্তিগত সান্নিধ্যলাভ কৰাৰ সুযোগ পায়। সেইসময়ৰ দেশ বৰেণ্য নেতা, অসমৰ স্বাধীনতা সংগ্ৰাম অগ্ৰণী কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণ ৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, প্ৰমুখ্যে নেতৃস্থানীয় লোকসকলৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ স্বাধীনতা আন্দোলনত যোগদান কৰে। ১৯৩৭ চনত তেখেতে ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান কৰে। এই সম্পৰ্কে তেখেতে কৈছিল—"আমিও আমাৰ ক্ষুদ্ৰ মগজুৰে ঢুকি নোপোৱাত মহাত্মাৰ আদৰ্শত অনুপ্ৰাণিত হবলৈ প্ৰায় দহ বছৰ মান সময় লাগিছিল। ১৯৩৭ চনতহে আমি বুজি উঠিলো যে মহাত্মাৰ আদৰ্শ আৰু ৰাজনৈতিক দিব্য-দৃষ্টি কি অতুলনীয়, পৃথিৱীত যুগান্তৰ অনা বস্তু। কিন্তু আমি বিবেকলৈ চাই কৰ পাৰো যে সেইসময়ৰ সমস্যা বহুল অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থলৈ চাইহে স্বতন্ত্ৰীয়া ভাবে কাম কৰিবলৈ ক্ষমতা থকাকৈ আমি মুকলি ভাবে আছিলো।"

পাছত গান্ধীজীৰ নেতৃত্বাধীন আন্দোলনবোৰত তেখেতে যোগদান কৰিছিল। ফলত তেখেতে ১৯৪২ চনত 'ভাৰত ত্যাগ' আন্দোলন আদিত যোগদান কৰি ভাৰতৰ স্বাধীনতা আন্দোলনৰ অন্যতম সংগ্ৰামী হিচাপে কাৰাবৰণ কৰিছিল। তেখেতৰ ভাষাত 'জেইলখন আছিল—ভাৰতীয়ৰ আচল তীৰ্থস্থান।' সেই সময়ত গোটেই দেশজুৰি স্বাধীনতা আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰিছিল। অসমো ইয়াৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল।

পৰাধীনতাৰ শৃংখল মুকলি কৰিবৰ বাবে সংগ্ৰামী জনতা দৃঢ়-প্ৰতিজ্ঞ হৈছিল। আৰম্ভ হৈছিল ভাৰতৰ স্বাধীনতাৰ আন্দোলন, ভাৰতৰ, মুক্তিৰ আন্দোলন। দেশ মাতৃকাৰ নামত হাজাৰ হাজাৰ লোক স্ব-ইচ্ছাই জেইলত সোমাল। আনকি স্বাধীনতা আন্দোলনৰ নামত নিজৰ প্ৰাণাহুতি দি চুড়ান্ত দেশাত্মবোধৰ নিদৰ্শন দেখুৱালে। সেইসকলৰ আদৰ্শ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত চিৰদিন অম্লান, অক্ষত হৈ জিলিকি থাকি দেশৰ অনাগত ভৱিষ্যতৰ হাজাৰ হাজাৰ শিশুক তথা বিশ্বৰ স্বাধীনতা-কামী হাজাৰ হাজাৰ লোকক যুগ যুগ ধৰি উদ্বুদ্ধ কৰি যাব, তাত লেখ-

মানো সন্দেহ নাই। দেশৰ মাটিৰ পৰা বিদেশীৰ নিৰ্মম নিষ্ঠুৰ শাসন ওফৰাই স্বাধীনভাৱে থকাৰ দুৰ্বাৰ আশাই সংগ্ৰামীসকলক উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছিল। অৱশ্যে এচাম পৰমুখাপেক্ষী, স্বাৰ্থপৰলোকে এই কাৰ্যৰ বিৰোধীতা নকৰাকৈ থকা নাছিল। সৌভাগ্যবশতঃ সেই-লোকৰ সংখ্যা অতি নগণ্য আছিল আৰু তেওঁলোকৰ ষড়যন্ত্ৰ; বাধাৰ প্ৰাচীৰ চেৰাই স্বাধীনতা সংগ্ৰামৰ তপত বতাহে দেশৰ স্বাধীনচিতীয়া জনসাধাৰণৰ মন জলাই গৈছিল। দেশৰ হাজাৰ হাজাৰ মুক্তিকামী আত্মাৰ হুংকাৰ ভাৰতৰ আকাশে-বতাহে, জলে-স্থলে ধ্বনিত-প্ৰতিধ্বনিত হৈছিল। 'মৰিলে স্বৰ্গ, তৰিলে দেশ,' 'বন্দে মাতৰম' আদি স্বাধীনতাৰ বীজ মন্ত্ৰত দীক্ষিত দেশৰ আবাল-বৃদ্ধ-বনিতাৰ অন্তৰ উজাৰি ওলোৱা ধ্বনিত কঠোৰ ইংৰাজ শাসকৰো অন্তৰ কঁপি উঠিছিল। নিষ্ঠুৰ ইংৰাজ শাসকে মুক্তিকামী জনতাৰ বক্ষ উজাৰি ওলোৱা অজয়, অক্ষয় মুক্তিবাণী তথা অপৰাজেয় শক্তিৰে 'পৰিও নপৰে, মৰিও নমৰে'ৰ দৰে ৰণ দিয়া দেখি তবধ মানিছিল। নিজৰ প্ৰাণতকৈও আপোন বুলি ভবা 'মোৰ দেশ, মোৰ জনতা' আদি বীজমন্ত্ৰত দীক্ষিত হৈ দিনে-নিশাই, পাহাৰে-কন্দৰে অনাহাৰে, অনিদ্ৰাই জনতাৰ সংগঠনত হাজাৰ হাজাৰ লোকে আত্ম নিয়োগ কৰিছিল। এই সকল দেশ প্ৰেমিকৰ কথা স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত চিৰদিন সোণালী আখৰে জিলিকি থাকিব। মহাত্মাৰ একান্ত অনুগামী, গান্ধীবাদত বিশ্বাসী ফুকনে ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহন কৰি ইংৰাজ শাসনৰ কঠোৰ নিৰ্যাতনকো মূৰপাতি লৈ দেশৰ হাজাৰ হাজাৰ লোকক উৎসাহিত, অনুপ্ৰাণিত কৰিছিল। ফুকনদেৱে কংগ্ৰেছত যোগদান কৰাৰে পৰা অচল, অটল ভাৱে কংগ্ৰেছৰ নীতিত সমৰ্থন জনাই আহিছে। অৱশ্যে বিগত কিছু দিনৰ পৰা ফুকন ডাঙৰীয়া সক্ৰিয় ৰাজনীতিত নাই। তেখেত ১৯৪৯ চনৰ পৰা ১৯৫৭ চনলৈকে অসম বিধান সভাৰ সদস্য আছিল। সদস্য হৈ থকা সময়ত তেখেতে ৰাইজৰ প্ৰতিনিধি হিচাপে নিজৰ দায়িত্ব সুচাৰুৰূপে পালন কৰাত যত্নৰ ত্ৰুটী কৰা নাছিল।

অসম, অসমীয়াৰ স্বাৰ্থৰ অকণো হানি হলে ব্যক্তিগত হানিতকৈও বেছি বুলি ভবা ফুকনদেৱে অসমীয়া ভাষা স্বাধিকাৰৰ ১৯৫০, '৬০, '৭২ চনৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কাকতে-পত্ৰই অনেক



প্ৰবন্ধপাতি প্ৰকাশ কৰি অসমীয়া স্বাৰ্থবিৰোধী কাম কৰা সকলো লোকৰ লগতে চৰকাৰৰো দৃষ্টি আকৰ্ষণ কৰিছিল। তেখেতে অসমৰ ভৌগোলিক চাৰি সীমাৰ ভিতৰত অসমীয়া ভাষাই ন্যায্য প্ৰাপ্যৰ পৰা কেতিয়াও বঞ্চিত হোৱাটো সহ্য কৰিব নোৱাৰে; আনকি 'নিজ প্ৰাণ দি ৰক্ষা কৰিম' বুলি কয়। 'অসম, অসমীয়া'ৰ ভাবেৰে উদ্বুদ্ধ হবলৈ অসমত বাস কৰা সকলো লোকক আহবান জনাই আহিছে। তেখেতে কয়—'অসমত অসমীয়া ভাষাৰ মৰ্যদা ৰক্ষা নহলে নিজকে অসমীয়া বুলি চিনাকী দিয়াটো অতি পৰিতাপৰ কথা হব'

যি অসমৰ মাটিত গজা ফল-মূলেৰে আহাৰ কৰে, নদ-নদীৰ পানী খাই পিয়াহ গুচায়, যি অসমৰ বায়ুত উশাহ-নিশাহ লয়, সেই অসমৰ ভাষা, সাহিত্য, সংস্কৃতি গ্ৰহণ কৰিবলৈ অনিচ্ছুক, সেই সকল অসম-অসমীয়া বিৰোধী স্বাৰ্থলোভী প্ৰবঞ্চক বঙালীলোকে প্ৰাক-স্বাধীনতা কালৰে পৰা অসমীয়া ভাষাৰ বিৰুদ্ধে হেঁচা দি আহিছে। ফলত অসমত অসমীয়া ভাষাৰ স্বাধিকাৰ প্ৰতিষ্ঠাৰ হকে আন্দোলন কৰি আহিব লগীয়া হৈছে। ১৯৬০ চনত সূৰ্য বৰা, ৰঞ্জিত বৰপূজাৰী ভাষাৰ স্বাধিকাৰ প্ৰতিষ্ঠাৰ আন্দোলনত শ্বহীদ হ'ল। ১৯৭২ চনত অসমত বিশ্ববিদ্যালয় শিক্ষাৰ মাধ্যম অসমীয়া হোৱা লৈ আৰম্ভ হয় মাধ্যম আন্দোলন। সেই আন্দোলনত মঙ্গলদৈ চৰকাৰী বিদ্যালয়ৰ ছাত্ৰ ফুলকুমলীয়া মজাম্মিল হক, সদৌ অসম ছাত্ৰ সংস্থাৰ সহকাৰী সম্পাদক নগাওঁ কলেজৰ ছাত্ৰ অনিল বৰা, নামৰূপৰ প্ৰমোদ বৰা, শ্বহীদ কুশল কোঁৱৰ বিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক ৰতীন ৰাজখোৱা, কবি শিল্পী, মোক্তাৰ বিদ্যালয়ৰ প্ৰধান শিক্ষক নৰেন্দ্ৰ নাথ মহন্ত প্ৰমুখ্যে অসম মাতৃৰ পাঁচ গৰাকী সুসন্তানে অসমীয়া ভাষাৰ স্বাধিকাৰৰ আন্দোলনত প্ৰাণাহুতি দিলে। সেই সময়ত অসম বিধান সভাই কাছাৰত এখন স্বকীয়া বিশ্ববিদ্যালয় দি অসমৰ ভৌগোলিক চাৰি সীমাৰ ভিতৰতে সুৰমা উপত্যকাত অসমীয়া ভাষাৰ পৰিবৰ্তে বঙালী ভাষাক শিক্ষাৰ মাধ্যম কৰিবৰ বাবে এটা প্ৰস্তাৱ গ্ৰহন কৰিছিল। এই পৰিপ্ৰেক্ষিতত সদৌ অসম জুৰি এক বিৰাট আন্দোলন হৈছিল। অৱশ্যে শেষত আন্দোলনৰ চূড়ান্ত পৰ্যায়ত বাধ্য হৈ অসম চৰকাৰে 'অসমৰ চাৰিসীমাৰ ভিতৰত অসমীয়া ভাষাৰ অনিষ্টকৰ কোনো কথা মানি লোৱা নহ'ব' বুলি অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহই

ঘোষণা কৰে আৰু আন্দোলন সমাপ্ত হয়। এই আন্দোলন সদৌ অসম ছাত্ৰ সন্থাৰ দ্বাৰা পৰিচালিত হৈছিল। এই আন্দোলনত সদৌ অসমীয়া ৰাইজ আবাল-বৃদ্ধ-বনিতা নিৰ্বিশেষে জপিয়াই পৰিছিল। ফুকনদেৱ একৰকম ৰোগশয্যাত পৰি থাকিও কাকতে-পত্ৰই সজোৰে ভাষাৰ স্বাধিকাৰ প্ৰতিষ্ঠাৰ হকে দৃঢ়মত প্ৰকাশ কৰিছিল। লগতে ৰাইজক ইয়াৰ বাবে যুঁজ দিবলৈ আহবান জনাইছিল। চৰকাৰক ইয়াৰ পৰা হ'ব পৰা অনিষ্টৰ প্ৰতি সজাগ কৰি দিছিল। অসমীয়া ভাষাৰ প্ৰসংগত তেখেতে কৈছিল—"স্বয়ং ভগবান আহি যদি মোক কয়—'মোক তুমি অসমীয়া ভাষাৰে মাতিলে নাহো, অন্য ভাষাৰে কোৱা', মই ক'ম তুমি যদিও উপাস্য দেৱতা, তথাপি তোমাৰ কোনো আৱশ্যক নাই, তুমি গুচি যোৱা"। এই বক্তব্যই তেখেতৰ অসমীয়া ভাষাৰ প্ৰতি থকা ঐকান্তিক অনুৰাগ আৰু গভীৰ শ্ৰদ্ধাৰ কথাকে প্ৰতীয়মান কৰে।

ইয়াৰ উপৰিও মাণিক চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদি কৰি বৰেণ্য ব্যক্তি সকলৰ দ্বাৰা গঠিত হোৱা "অসম এছচিয়েশ্যন"তো ছাত্ৰ অৱস্থাতে যোগদান কৰিছিল।

"সংযুক্ত সদাচাৰ সমিতি" দেশৰ প্ৰায় বিলাক ৰাজ্যতে আছে। দেশক দুৰূহ ভ্ৰষ্টাচাৰীৰ কৰাল গ্ৰাসৰ পৰা ৰক্ষা কৰি এটা সুস্থ পৰিবেশৰ বাবে জনসাধাৰণে গোপনীয় ভাবে চৰকাৰৰ বিভিন্ন বিভাগ বা চৰকাৰী বিষয়াৰ দুৰ্নীতিৰ খবৰ সংশ্লিষ্ট বিভাগলৈ বা তদাৰক বিভাগক জনাবৰ বাবে এটা সহায়কাৰী সমিতি গঠন কৰাৰ আৱশ্যক অনুভৱ কৰি প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী গুলজাৰিলাল নন্দই চেষ্টা চলাইছিল। তেখেতৰ পৃষ্ঠ-পোষকতাত ১৮৬০ চনৰ ১০১১ চচাইটি পঞ্জীয়ন আইনৰ ২নং অনুচ্ছেদৰ মতে ১৯৬৪ চনৰ ১৩ এপ্ৰিলত নতুন দিল্লীত কেন্দ্ৰীয় সমিতি পঞ্জীয়ন কৰা হয় আৰু নন্দই উক্ত সমিতিৰ সভাপতি হয়।

শ্ৰীমতী ৰোচেন ফুকনক আহ্বায়িকা হিচাপে লৈ অসমতো এখন তদৰ্থ (Ad-hoc) কমিটী গঠন কৰে। মুখ্য-ন্যায়াধীশ মেহৰোত্ৰাৰ সভাপতিত্বত ১৯৬৫ চনৰ ২৯ মে'ত গুৱাহাটীত ৰাজ্যিক সমিতিৰ উদ্বোধনী অধিবেশন হয় আৰু উক্ত সভাতে সৰ্বসন্মতিক্ৰমে শ্ৰীনীলমণি ফুকনদেৱ অসম সংযুক্ত সদাচাৰ সমিতিৰ সভাপতি নিযুক্ত হয়। সেই বছৰতে ফুকনদেৱে ৰাজ্যিক মুখ্য কাৰ্যালয় যোৰহাটলৈ স্থানান্তৰিত কৰে। শ্ৰীশশীচন্দ্ৰ বৰবৰুৱাদেৱক



১৯৬৬ চনৰ ১জুলাইত ৰাজ্যিক সম্পাদক ৰূপে নিযুক্তি দিয়ে। বৰ্তমান এই কাৰ্যালয় যোৰহাটৰ উপায়ুক্তৰ কাৰ্যালয়ৰ চৌহদত এটা আধা-পকী ঘৰত আছে। ১৯৬৬ চনৰ পৰা এজন সম্পাদক, এজন কাৰ্যালয় সহকাৰী আৰু এজন পিয়নৰে সৈতে নিয়মিত ৰূপে এই কাৰ্যালয় চলি আছে। উক্ত সমিতি পৰিচালনাৰ বাবে অসম চৰকাৰৰ পৰা ১০,০০০·০০ টকা কেন্দ্ৰীয় সচিবালয়ৰ পৰা ১,০০০·০০ টকা আৰু অসম সংসদীয় চেক্ৰেটেৰীৰ পৰা ৫০০·০০ টকা আৰ্থিক অনুদান পাইছিল।

১৯৬৬ চনৰ ১জুলাইৰ পৰা ১৯৬৭ চনৰ ৩১ মাৰ্চলৈকে ১০৪ টা গুৰুত্বৰ অপৰাধৰ গোচৰ পোৱা হৈছিল। সেই গোচৰবিলাক টকা আত্মসাৎ কৰা, ঘোচ দিয়া আৰু লোৱা, চৰকাৰী অফিচ অপব্যৱহাৰ, পেন্সন নোপোৱা আৰু 'পে'শ্লিপ' সময়মতে নোপোৱা, চোৰাং ব্যৱসায়, ভেজাল কৰা, সময়মতে জমা টকা ঘুৰাই নোপোৱা, হিচাপৰ খেলি-মেলি, চৰকাৰী সম্পত্তিৰ অপব্যৱহাৰ, চৰকাৰী বিষয়াৰ হেমাহি, শ্ৰমিক নোহোৱাকৈ আৰু কাম নকৰাকৈ বেতন দিয়া, পিয়নৰ দৰ্মহাৰ অপ-ব্যৱহাৰ, মাটি-বাৰী হিচাপ ৰাখোতাসকলৰ খেলি-মেলি, কৃত্ৰিম মেট্ৰিকুলেচন আৰু অসামৰিক ইংজিনিয়াৰিং প্ৰমাণ পত্ৰ প্ৰদান, কৃত্ৰিম প্ৰমাণ পত্ৰৰে গ্ৰেজুৱেটক শিক্ষক হিচাপে নিযুক্তি দিয়া, দোকানী আৰু ব্যৱসায়ীসকলে অতিৰিক্ত মূল্য লোৱা, চৰকাৰী সাহায্যপ্ৰাপ্ত স্কুল আৰু পঞ্চায়তবিলাকৰ দ্বাৰা ৰাজহুৱা ধন আত্মসাৎ কৰা, সাহায্য আৰু স্কলাৰশ্বিপৰ টকা নোপোৱা ইত্যাদি এশ-এবুৰি দুৰ্নীতিৰ গোচৰ তদন্তৰ বাবে বিভাগীয় কৰ্মকৰ্তা আৰু অনুসন্ধান বিভাগক জনোৱা হৈছিল। দুই-এটাৰ বাহিৰে প্ৰায়বিলাকৰে বিচাৰ হৈছে।

অভিযোগ ডাক যোগে নিদি অফিচত দিবৰ বাবে কাৰ্যালয় চলিত অৱস্থাত এটি অভিযোগ ৰখা বাকচ (Complaint Box) ৰখা হয়। ইয়াৰ চাবি সম্পাদকৰ হাতত থাকে। সম্পাদকে খুলি অভিযোগ সমূহ সংশ্লিষ্ট বিভাগলৈ প্ৰেৰণ কৰে।

সমিতিৰ তৰফৰ পৰা 'পৱিত্ৰ সমাজ' নামৰ এখনি তিনিমহীয়া মুখপত্ৰ ১৯৬৮ চনৰ গণতন্ত্ৰ দিৱসৰ দিনা যোৰহাটৰ পৰা প্ৰথম প্ৰকাশ কৰা হয়। 'পৱিত্ৰ সমাজ'ৰ সম্পাদনাৰ দায়িত্বত আছিল মুখ্য সম্পাদক শ্ৰীনীলমণি ফুকনদেৱ। শ্ৰীযুত মিত্ৰদেৱ মহন্ত আৰু শ্ৰীযুত শশীচন্দ্ৰ বৰবৰুৱা

যুটীয়া সম্পাদক। ইয়াৰ পাছতো কেইবা সংখ্যাও প্ৰকাশ হয়। এই পৰ্য্যন্ত ফুকনদেৱ উক্ত সমিতিৰ অবৈতনিক সভাপতি ৰূপে কাৰ্যনিৰ্বাহ কৰি আছে। ই ৰকাৰ এখন শোষণমুক্ত নিকা সমাজ প্ৰতিষ্ঠা কৰাৰ পবিত্ৰ মনৰ পৰিচায়ক। ৰকাই ভালদৰে উপলব্ধি কৰে যে এটা শোষণ-মুক্ত পৰিবেশৰ অবিহনে এখন সুস্থ সমাজৰ আশা কৰিব নোৱাৰি। সেয়েহে ৰকাই সমাজৰ পৰা ভ্ৰষ্টাচাৰীবোৰ নিৰ্মূল কৰিবৰ বাবে অবিৰাম সংগ্ৰাম চলাই আহিছে।

ফুকনদেৱে ১৯১২ চনতেই কানি, ভাং, মদ আদি সকলো ধৰণৰ মাদক দ্ৰব্য সেৱন কৰি প্ৰায় নিঃশেষ হৈ যাব খোজা এচাম লোকক মাদকদ্ৰব্যৰ কৰাল গ্ৰাসৰ পৰা ৰক্ষা কৰিবৰ বাবে মাদকদ্ৰব্য নিবাৰণ আন্দোলন আৰম্ভ কৰে। প্ৰথমখন সন্মিলন দিনজয় সত্ৰাধিকাৰ প্ৰাতঃস্মৰণীয় হৃদয়ানন্দ গোস্বামীৰ সভাপতিত্বত বহে। তেতিয়াৰ পৰা এই আন্দোলন চলাই যোৱাত তেখেতে অগ্ৰভাগ লৈ আহিছে। ৰাজহুৱা ভাবে ইয়াৰ প্ৰতিকাৰৰ ব্যৱস্থা লবলৈ ৰাইজৰ সহায় বিচাৰিছিল। কংগ্ৰেছত যোগ দিয়াৰ আগতে এইবিলাক কামত তেখেতে কাউ-ন্সিলৰ সভ্য হৈ থকাৰ বাবে যোগ দিয়া নাছিল। কিন্তু এই বিষয়ত সক্ৰিয় অংশ গ্ৰহণ নকৰিলেও বিৰুদ্ধে যোৱা নাছিল। নিকলছ ৰয়ৰ লগতে কাউন্সিলত এই বিষয়ে আন্দোলন চলাইছিল। কানিয়াক ভাটা দিয়া, পান-কানি বন্ধ কৰা, ছাত্ৰ সমাজত চুৰত নিষেধ, মদৰ দোকান য'তে-ত'তে নিদিয়া, কংগ্ৰেছৰ কানি তদন্ত কমিটীত সাক্ষী দিয়া ইত্যাদি এশ-এবুৰি মাদকতা নিবাৰণী কাৰ্যত ওতঃপ্ৰোত ভাবে জড়িত আছে।

ফুকনদেৱে বৰ্তমানে শিৱসাগৰ জিলাৰ বে-চৰকাৰী মদ নিবাৰণী সমিতিৰ অবৈতনিক সভাপতি। যোৱা ১৯৭৬ চনতো তেখেত এই শয্যাশায়ী অৱস্থাতো গুৱাহাটীত এই বিষয়ৰ সভাত যোগদান কৰি তেখেতৰ আশা প্ৰকাশ কৰে যে ৰাইজৰ সহযোগ পালে ই কাৰ্যকৰী হ'বই। এই সম্পৰ্কতে তেখেতে চৰকাৰক যথেষ্ট হেঁচা দি আহিছে। ইতিমধ্যে ১৭৪ খনৰো অধিক মাদকদ্ৰব্য নিবাৰণী সমিতি গঠিত হৈছে। প্ৰায় ১৫৩ খনৰো অধিক সভাত তেখেতে যোগদান কৰি ইয়াৰ অপকাৰিতাৰ



কথা অতি প্ৰাঞ্জল ভাষাত জনসাধাৰণক বুজাই দিয়ে। তেখেতে ইতিমধ্যে ৩৬,৯৬১ জন লোকৰ পৰা মাদকদ্ৰব্য বিসৰ্জন দিয়াৰ প্ৰতিশ্ৰুতি পাইছে। তেখেতৰ আশা হৈছে যে আৰু কেইবছৰমানৰ ভিতৰত ইয়াক সম্পূৰ্ণ কাৰ্যকৰী কৰাটো সম্ভৱ হ'ব। তেখেতে ভাবে যে মাদক-দ্ৰব্যৰ পৰা অসমৰ জনসাধাৰণক মুক্ত কৰিব পাৰিলে পুৰুষানুক্ৰমে ধ্বংসৰ পথলৈ যোৱা বহুতো পৰিয়ালৰ জীৱন ৰক্ষা পৰাৰ লগে লগে এখন সুস্থ সমাজ গঢ়াৰ পথ মুক্ত হৈ পৰিব।

---



# 'জনতা তোৰ প্ৰাণৰো প্ৰাণত'

"অবিচাৰ, অত্যাচাৰ, মূৰপাতি ল'লে,
প্ৰাণান্তেও আঠু নাকাঢ়িলে ।
নেতৃত্ব কৰিলে কাকো কৰ্তৃত্ব নকৰি,
নিজক বিলীন কৰি দিলে জনতাত ।"

**সৰ্বহাৰাৰ** মুক্তিকামী, শান্তিস্থাপক সকলৰ ভিতৰত সন্ত বিনোৱাজীও অন্যতম । তেখেতে আজীৱন জনকল্যাণৰ বাবে সংগ্ৰাম কৰি আহিছে । আজীৱন সমাজকৰ্মী, জননেতা, মানৱদৰদী ফুকনদেৱে বিনোৱাজীৰ 'ভূদান' আৰু 'গ্ৰামদান' আন্দোলনত সমৰ্থন জনাই সহায়-সহযোগ কৰি আহিছে । ফুকনদেৱে বিনোৱাজীৰ আদৰ্শেৰে সমগ্ৰ ভাৰতবৰ্ষৰ লগতে অসমতো সেই আন্দোলন আৰম্ভ কৰে আৰু তাৰ প্ৰধান পৃষ্ঠপোষকৰ দায়িত্ব গ্ৰহণ কৰে । বিনোৱাজীয়ে ফুকনদেৱক তেখেতৰ প্ৰধান শিষ্যসকলৰ অন্যতম বুলি ভাবে । বিনোৱাজী অসমলৈ আহোতে ফুকনদেৱ তেখেতৰ লগত ছাঁটোৰ দৰে সকলো ঠাইতে উপস্থিত থাকি তেখেতৰ বহুমূলীয়া উপদেশ আৰু সান্নিধ্য লাভৰ সুযোগ পায় । বিনোৱাজীৰ বিভিন্ন কৰ্মপন্থা সম্পৰ্কে ফুকনদেৱৰ ধাৰণা অতি স্পষ্ট । তেখেতে বিনোৱাজীৰ 'সৰ্বসেৱা সংঘ'ৰ পৃষ্ঠপোষকতা কৰি আহিছে । তেখেত এই সংঘৰ অসম শাখাৰ সভাপতি । ফুকনদেৱে তেখেতৰ বাসভৱনৰ কাষতে এই সংঘৰ এটা শাখা প্ৰতিষ্ঠাৰ কথা ভাবি আছে ।

প্ৰথম মহাসমৰে পৃথিবীত ভয়াবহ ধ্বংসলীলাৰ সৃষ্টি কৰে । এই যুদ্ধত অজস্ৰ সা-সম্পত্তি নাশ হয় । অগণন মানুহৰ প্ৰাণ নাশ হয় । লাখ লাখ মানুহে আঘাত পায় আৰু বহুতো মানুহ বিকলাংগ হয় । এই ভয়াবহ ধ্বংসলীলাৰ পাছত বিশ্বৰ সমগ্ৰ মানৱ জাতিয়ে প্ৰলয়ংকাৰী যুদ্ধৰ পৰিবৰ্তে মানৱ সমাজত শান্তি, শৃংখলা প্ৰতিষ্ঠাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰে । ফলত ১৯২০ চনত 'জাতিসংঘ'ৰ সৃষ্টি হয় ।



নানা কাৰণত 'জাতিসংঘ'ই শান্তি, শৃংখলা প্ৰতিষ্ঠা কৰাত ব্যৰ্থ হ'ল । ফলত প্ৰায় কুৰি বছৰৰ ভিতৰতে দ্বিতীয় মহাযুদ্ধৰ আৰম্ভ হোৱাত 'জাতিসংঘ'ৰ অস্তিত্ব নাইকিয়া হয় ।

দ্বিতীয় মহাযুদ্ধই বিশ্বত বৰ্ণনাতীত ধ্বংসৰ তাণ্ডৱলীলা খেলিলে । মহাযুদ্ধৰ ফলত উদ্ভৱ হোৱা এই অবৰ্ণনীয় ধ্বংসলীলাই মানৱ সমাজত ত্ৰাসৰ সৃষ্টি কৰিছিল । এই যুদ্ধৰ ফলত বহু মানুহ সৰ্বহাৰা হৈছিল । ফলস্বৰূপে সকলোলৈকে ধ্বংস মাতি অনা বিভীষিকা সদৃশ যুদ্ধ পৰিহাৰ কৰি বিশ্বত স্থায়ী শান্তি-শৃংখলা প্ৰতিষ্ঠা আৰু আন্তঃৰাষ্ট্ৰীয় বুজা-বুজিৰ সৃষ্টিৰ কথা পুনৰ সকলোৱে উপলব্ধি কৰে । ফলত বিভিন্ন পৰ্যায়ৰ আলাপ-আলোচনাৰ অন্তত মানৱ জাতিৰ শান্তিকামী লোকসকলৰ শুভ-প্ৰচেষ্টাত ১৯৪৫ চনৰ ২৪ অক্টোবৰত বিভিন্ন ৰাষ্ট্ৰই আনুষ্ঠানিক ভাবে চনদত সম্মতি জনোৱাত 'সংযুক্ত ৰাষ্ট্ৰ সংঘ'ৰ শুভাৰম্ভ হয় । ফলস্বৰূপে শান্তিকামী সদস্য ৰাষ্ট্ৰবিলাকে বুজা-বুজিৰ মাজেৰে যুদ্ধৰ মনোভাৱ পৰিহাৰ কৰাৰ সংকল্প কৰে । লগতে বিশ্বৰ মানৱ কল্যাণৰ বাবে পৰস্পৰে পৰস্পৰক সহযোগিতা আগবঢ়োৱাৰ সিদ্ধান্ত গ্ৰহণ কৰে । ক্ৰমান্বয়ে বিশ্বৰ অধিকাংশ ৰাষ্ট্ৰই 'ৰাষ্ট্ৰসংঘ'ৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। ফলত সম্পূৰ্ণ ন'হলেও অধিকাংশ ৰাষ্ট্ৰই 'ৰাষ্ট্ৰসংঘ'ৰ জৰিয়তে বিশ্বত অধিক শান্তি আৰু সম্প্ৰীতি স্থাপনৰ ক্ষেত্ৰত বহুদূৰ আগবাঢ়িছে বুলি ক'ব লাগিব । এই কাৰ্যই ৰাষ্ট্ৰবিলাকৰ মাজত অধিক বুজা-বুজিৰ সৃষ্টি কৰিছে । ফলত বিভিন্ন ৰাষ্ট্ৰৰ মাজত অৰ্থনৈতিক, কাৰীকৰী, সাংস্কৃতিক আদি দিশত আদান-প্ৰদান কৰাৰ পথ অধিক সুচল হৈছে । আনকি অতি গুৰুত্বপূৰ্ণ দিশতো ইখন-সিখন ৰাষ্ট্ৰই সহযোগিতাৰ হাত মিলাইছে । ই 'ৰাষ্ট্ৰসংঘ'ৰে মহান অৱদান বুলি স্বীকাৰ কৰিব লাগিব । বিশ্বত জনকল্যাণৰ সম্পৰ্কে আলোচনা কৰিবৰ কাৰণে বিশ্বশান্তি কংগ্ৰেছ আহ্বান কৰা হয় । ইয়াত বিভিন্ন দেশৰ পৰা অহা প্ৰতিনিধিসকলে বিশ্বত অধিক শান্তি স্থাপনৰ ক্ষেত্ৰত দেখা দিয়া অন্তৰায় আৰু ইয়াৰ সমাধান সূত্ৰৰ বাবে আলাপ-আলোচনা কৰে ।

১৯৬২ চনত ছোভিয়েট ৰাছিয়াৰ মস্কোত বহা বিশ্বশান্তি কংগ্ৰেছত ভাৰতৰ প্ৰতিনিধিসকলৰ অন্যতম হিচাপে অসমৰ পৰা ফুকনদেৱে যোগদান কৰে । এই বিশ্বশান্তি কংগ্ৰেছত তেখেতে শান্তি সম্পৰ্কে

নিজৰ মত ব্যক্ত কৰাৰ সুযোগ পাইছিল।

ইয়াৰ উপৰিও তেখেতে ১৯৬৯ চনৰ ১৯ জুনত জাৰ্মানীৰ ৰাজধানী বাৰ্লিনত বহা বিশ্বশান্তি কংগ্ৰেছত ভাৰতৰ প্ৰতিনিধি সকলৰ অন্যতা হিচাপে যোগদান কৰাৰ সুযোগ পাইছিল। বাৰ্লিনত বহা বিশ্বশান্তিৰ কংগ্ৰেছত যোগদান কৰি অহাৰ পাছত বাৰ্লিনৰ শান্তি কংগ্ৰেছ আৰু বাৰ্লিন সম্পৰ্কে তেখেতৰ ধাৰণা শ্ৰীপবিত্ৰ তালুকদাৰৰ দ্বাৰা টেপ কৰা কথাখিনি পাছত 'বাৰ্লিনত কি দেখিলো' নামেৰে ছপা হৈ উলিউৱা পুস্তিকাত লিপিবদ্ধ কৰা হৈছে। ফুকনদেৱৰ প্ৰাণ স্বৰূপ তৰুণ সম্প্ৰদায়ক উদ্দেশি, বাৰ্লিনৰ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক পৰিবৰ্তনৰ সূচনাত সেই দেশৰ ডেকা শক্তিৰ অৱদানৰ কথা অতি প্ৰাঞ্জল ভাষাত মনোৰমকৈ বৰ্ণনা কৰিছে। ফুকনদেৱে মাত্ৰ কেইদিন ভ্ৰমণ কৰিয়েই বিশ্ববিখ্যাত মহানগৰী বাৰ্লিন আৰু বিশাল জাৰ্মানীৰ নিখুঁত ছবি অংকন কৰিব পৰাটোৱে তেখেতৰ পৰ্যবেক্ষণ শক্তি, অনুসন্ধিৎসু মন আৰু গভীৰ জ্ঞানৰ পৰিচয় দিয়ে।

১৯৬৯ চনৰ ১ জুলাইত তেখেত বাৰ্লিনৰ পৰা ছোভিয়েট দেশৰ নিমন্ত্ৰণ ক্ৰমে ৰাজধানী মস্কোলৈ যায়। মস্কোৰ পৰা লেনিনগ্ৰেড আৰু টাছখণ্ডলৈ যায়। টাছখণ্ডত ছোভিয়েট ৰাইজে কৰি দিয়া স্বৰ্গীয় লালবাহাদুৰ শাস্ত্ৰীৰ স্মৃতি মন্দিৰ দৰ্শন কৰে। এই ভ্ৰমণৰ সময়ত তেখেতে সেই দেশৰ প্ৰচাৰ দপ্তৰৰ অনুৰোধত তিনিটা বাণী শুনায়। (১) বাৰ্লিন আৰু মস্কোলৈ বিদায়,—এই বাণীটো তেখেতে প্ৰচাৰ দপ্তৰৰ অনুৰোধত অসমীয়াতে দিয়ে। পাছৰ (২) মানুহ মাত্ৰই বিদ্ৰোহী আৰু (৩) গান্ধী আৰু লেনিন জগতৰ সৰ্বোত্তম শান্তি স্থাপক এই বাণী দুটা ইংৰাজীতে দিয়ে। এই বাণী প্ৰচাৰৰ পাছত তেখেতৰ ছোভিয়েট দেশলৈ থকা শ্ৰদ্ধা, গভীৰ জ্ঞান আৰু আন্তৰিকতাৰ বাবে ছোভিয়েট ৰাইজৰ পৰা আশাতীত সমাদৰ লাভ কৰিবলৈ সক্ষম হয়।

ফুকনদেৱে জাৰ্মানীৰ ৰাজধানী বাৰ্লিনত বহা বিশ্বশান্তি কংগ্ৰেছত যোগদান কৰে আৰু তাতে তেখেতৰ ৮৯ বছৰীয়া জন্ম জয়ন্তী পালন কৰা হয়। ফুকনদেৱেই প্ৰতিনিধি সকলৰ ভিতৰত বৃদ্ধতম আছিল। তেখেতৰ জন্মদিনৰ দিনা এক উৎসৱ মুখৰ পৰিবেশত তেখেতক জাৰ্মান ৰাইজে এথোপা গোলাপ ফুল উপহাৰ দি সম্ভাষণ জনাইছিল। তেখেতে



সম্ভাষণৰ উত্তৰত কৈছিল— "The beautiful roses which a German girl gave me reminded me of an unforgettable moment in my life, when, offer the peace talks in Tashkent, Soviet boys and girls surprised me with flowers. Impressed by this, I wrote a poem on the remarkable meeting in Tashkent which bought up peace" ( Democratic Germany, published by the trade representation of the German Democratic Republic. Vol. IV. No. 15 Aug. 1, 1969. Fort nightly ) বিশ্বত যুদ্ধই মাতি অনা অবৰ্ণনীয় ভয়ংকৰ বিভীষিকাৰ কথা উল্লেখ কৰি বিশ্বত অধিক শান্তি স্থাপনত গুৰুত্ব আৰোপ কৰি জাৰ্মানীত তেখেতে কৈছিল— "The imposing creations of mankind in technological and scientific sphere have been misused again and again for dreadful wars. A few capitalist capitalised on this but thousands of millions of people had to die in agony."...... মানৱদৰদী ফুকনককাৰ এয়া মনৰ কথা।

ককা ফুকনে দেশৰ ভৱিষ্যতৰ ধৰণী স্বৰূপ তৰুণ সকলক মনে-প্ৰাণে আপোন বুলি ভাবে। তলৰ কথা কেইফাকিয়েই তাৰ জলন্ত প্ৰমাণ। "For this reason, I love the young generation more than my own life." বিশ্বশান্তি কংগ্ৰেছত তেখেতে বিশ্বৰ বিভিন্ন দেশৰ বিভিন্ন স্তৰৰ, বিভিন্ন ৰুচিৰ মানুহৰ সান্নিধ্যলাভ কৰাৰ সুযোগ পাইছিল। ই তেখেতৰ পৰবৰ্তী জীৱনত সমাজ সেৱী ৰূপে আত্মনিয়োগ কৰাত সহায়ক হৈছিল। ফুকনদেৱ ভাৰত ছোভিয়েট সাংস্কৃতিক পৰিষদৰ অসম শাখাৰ সভাপতি আছিল। তেখেতে ছোভিয়েট ৰাসীক অন্তৰেৰে ভাল পাইছিল। সেয়েহে ভাৰত ছোভিয়েট মিত্ৰতা আৰু সহযোগিতাৰ ক্ষেত্ৰত সাংস্কৃতিক বিনিময়ৰ ওপৰত অধিক গুৰুত্ব দিছিল। ভাৰতলৈ ছোভিয়েট দেশে আগবঢ়োৱা সহযোগিতা আৰু ভাৰতবাসীলৈ থকা তেওঁলোকৰ ভালপোৱাৰ কথা স্মৰণ কৰি তেখেতে এই ক্ষেত্ৰত অধিক গুৰুত্বৰে সহযোগিতা কৰি আহিছে। এই সম্পৰ্কত তেখেতে বিভিন্ন সভা-সমিতিৰ

উপৰিও কাকতে-পত্ৰে অনেক চিন্তা গধুৰ প্ৰবন্ধ প্ৰকাশ কৰি তেখেতৰ মনৰ ভাব ব্যক্ত কৰিছে। তুবাৰকৈ ছোভিয়েট ভ্ৰমণে এই ক্ষেত্ৰত তেখেতক অধিক উপলব্ধি কৰাৰ সুযোগ দিছে। তেখেতে উপলব্ধি কৰে যে ছোভিয়েট ৰাছিয়াৰ দৰে এখন উন্নত সমাজবাদী ৰাষ্ট্ৰৰ লগত ভাৰতৰ বন্ধুত্ব অকল ৰাজনৈতিক দিশৰ পৰাই নহয়; অৰ্থনৈতিক, সাংস্কৃতিক ভৌগোলিক আৰু কাৰীকৰী আদি দিশৰ পৰাও অপৰিহাৰ্য আৰু তাৎপৰ্য-পূৰ্ণ। বাৰ্দ্ধক্য জনিত অসুস্থতাৰ বাবে ভাৰত-ছোভিয়েট মৈত্ৰী সংঘত সক্ৰিয় অংশ গ্ৰহণৰ পৰা আঁতৰি যোৱাৰ বেলাত তেখেতক এই সংঘৰ মুখ্য পৃষ্ঠপোষক (chief patron) হিচাবে সন্মানিত কৰা হয়।

তেখেতে Indo-German Friendship Society ৰ অসম শাখাৰ সভাপতি।

১৯৪২ চনত জেলৰ পৰা ওলাই আহি তেখেতে টিয়কত প্ৰথমে "টিয়ক আশ্ৰম" স্থাপন কৰে। এই পৰ্যন্ত তেখেতে উক্ত আশ্ৰমৰ পৰিচালনা সমিতিৰ সভাপতি ৰূপে ইয়াৰ পৰিচালনাৰ লগত অতি ঘনিষ্ঠভাৱে জড়িত।

চাৰিওফালে গিৰিমালাৰে পৰিবেষ্টিত, অসমৰ কেউকালে পৰ্বতীয়া ভাই-ভনী সকলৰ বাসস্থান। বিশেষকৈ উত্তৰ-পূব অঞ্চলত মিচিং, আদি, খামটি, ওৱাঞ্চু আদি লোকসকল, দক্ষিণে নগাসকল আৰু পশ্চিমত গাৰো, খাচী আদি লোকসকল গাতে লগাকৈ থাকে। গতিকে এইসকলৰ লগত আচাৰ-ব্যৱহাৰ, চাল-চলন আদি অনেক দিশত প্ৰভাৱ পৰাটো পৰিলক্ষিত হয়। দেশৰ ঐক্য-সংহতিৰ ক্ষেত্ৰত পৰ্বত-ভৈয়ামৰ লোকসকলৰ মিলা-মিচা এক অনস্বিকাৰ্য আৰু অপৰিহাৰ্য কথা। জগতগুৰু মহাপুৰুষ শংকৰদেৱে নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দক প্ৰধান শিষ্যসকলৰ অন্যতম হিচাপে গ্ৰহণ কৰিছিল। কিন্তু পৰৱৰ্তী কালত ভৈয়ামৰ তথাকথিত লোকসকলৰ ৰক্ষণশীল মনোভাৱৰ বাবে পৰ্বতীয়া লোকসকল অসন্তুষ্ট হয়। আমাৰ অদূৰদৰ্শীতাৰ সুযোগ লৈ চতুৰ ইংৰাজে খৃষ্টধৰ্মৰ বীজ তেওঁলোকৰ মাজত ৰোপণ কৰিলে আৰু পৰ্বত-ভৈয়ামৰ লোকসকলৰ সম্প্ৰীতিত অন্তৰায়ৰ সৃষ্টি কৰি সীমান্তত বাগানবিলাক খুলিলে।



ফলত তাহানিৰ মহাভাৰতৰ দিনৰ পৰা অসমৰ অবিচ্ছেদ্য অংগ হৈ থকা উত্তৰ পূব অঞ্চল (অৰুণাচল), নগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা, মেঘালয় অসমৰ ভৌগোলিক চাৰিসীমাৰ পৰা আঁতৰি গৈ সুকীয়া-সুকীয়াকৈ প্ৰদেশ গঠন কৰিলে। এই পৰ্বত-ভৈয়ামৰ পৃথকীকৰণৰ বাবে তেখেতে আক্ষেপত কৈছিল—……"আমাৰ গুৰু-গোসাঁইসকলে যদি মহাপুৰুষৰ আহিৰে নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ 'আতৈ' কৰিবলৈ ধৰিলেহেঁতেন, দৈনন্দিন আচৰণৰ মাজেদি যদি প্ৰকৃত দীক্ষা দিলেহেঁতেন, তেতিয়া খৃষ্টান মিছনেৰী সকল তেওঁলোকৰ মাজত সোমাবলৈ নেপালেহেঁতেন।"

বৰ্তমান অসমৰ মানচিত্ৰ দেখিলে এনে অনুমান হয় যেন এটা পয়ালগা শিশুহে। পৰ্বতীয়া লোকসকল শিক্ষা-দীক্ষাত আগবঢ়াৰ লগে লগে অধিক সচেতন হৈ নিজৰ সত্বা, আত্মবিকাশ আৰু নিজৰ প্ৰাপ্যখিনিৰ আদায়ৰ বাবে যত্নপৰ হৈ উঠে। ফুকনদেৱৰ মতে—"এতিয়া তেওঁলোক যেতিয়া ভৈয়ামৰ সৈতে সমকক্ষ হৈ উঠিছে, শিক্ষিত সমাজত থকা-মেলা খোৱা-লোৱা, চলন-ফুৰণ সম্পূৰ্ণৰূপে পাশ্চাত্য ভাৱাপন্ন হৈ পৰিছে, ৰাজনৈতিক ক্ষমতা লাভৰ স্বাভাৱিক আকাংখাই মন অধিকাৰ কৰিছে; অদূৰদৰ্শীতাই তাত ইন্ধন যোগালে।"

যদিও পৰ্বতীয়া লোকসকলে ৰাজনৈতিক ভাবে সুকীয়া ৰাজ্য গঠন কৰিলে, তথাপি সুদীৰ্ঘ দিনৰ আত্মীয়তা, পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ বিদ্যমান। সহজ, সৰল, স্বাধীনচিতীয়া পৰ্বতীয়া লোকসকলে ভৈয়ামৰ লোকসকলক এতিয়াও আপোন বুলিয়েই ভাবে। মহাপুৰুষ শ্ৰীমন্ত শংকৰ-দেৱৰ উদাৰতা আৰু দূৰদৰ্শীতাৰে নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দক অন্যতম শিষ্যমানী 'নাম বস্তু' প্ৰদান কৰা কাৰ্যই, পৰ্বত-ভৈয়ামৰ মাজত মিলনৰ সেতুবন্ধনত জীৱন্ত সাক্ষী হৈ উত্তৰ পুৰুষসকলক অনুপ্ৰাণিত কৰি থাকিব। অৱশ্যে এচাম সমাজ বিৰোধী বিদ্ৰোহী নগাই সঘনাই সীমান্ত অঞ্চলত দীৰ্ঘদিন ধৰি অশান্তিৰ জুঁই জ্বলাই আহিছে। এই ঘিণনীয় কাৰ্যৰ ওৰ পেলাবলৈ শংকৰদেৱৰ অনুৰক্ত, মহাত্মা গান্ধীৰ অনুগামী, সন্ত বিনোৱাজীৰ আদৰ্শত বিশ্বাসী ফুকনদেৱে সুদূৰ অতীতৰ কথা ৰোমন্থন কৰি পৰ্বত-ভৈয়ামৰ ঐক্য-সংহতি আৰু সম্প্ৰীতি যে অপৰিহাৰ্য এই কথাৰ লক্ষ্য কৰিছিল। ফলত সন্ত বিনোৱাজীয়ে উত্তৰলক্ষীমপুৰত স্থাপন কৰা 'মৈত্ৰী আশ্ৰম'ৰ আহিৰে ১৯৬৪ চনত অসম-নাগালেণ্ডৰ সীমান্ত

নগাবাটত দুয়ো প্ৰদেশৰ লোকক লৈ এখন শান্তি কমিটী গঠন কৰি এখন শান্তি-সম্প্ৰীতিৰ মিলনক্ষেত্ৰ 'মিতুৰ আশ্ৰম' প্ৰতিষ্ঠা কৰাৰ এক ঐতিহাসিক সিদ্ধান্ত লয়। এই প্ৰস্তাৱত উভয় প্ৰদেশৰ সীমামূৰীয়া শান্তিপ্ৰিয় নেতৃস্থানীয় লোকসকলে তথা বাইজে আকুণ্ঠ সমৰ্থন জনায়। ফুকনদেৱক উক্ত সমিতিৰ সভাপতি পদত বৰণ কৰে। আৰম্ভণিৰ পৰাই শ্ৰীভদ্ৰ ফুকন, পদ বৰুৱাই আশ্ৰমত থাকি ইয়াৰ পৰিচালনা কৰাত ফুকনৰ সোঁহাত স্বৰূপে সহায় কৰি আহিছে। পদ বৰুৱা আশ্ৰমৰ সেৱাত থাকোঁতেই শেষ নিশ্বাস ত্যাগ কৰে।

ফুকনদেৱে তেখেতৰ জমা থকা সাহিত্যিক পেন্সন আৰু মাটি বেচি পোৱা ধন, মুঠ দহ হাজাৰ টকাৰ এক বৃহৎ পৰিমাণৰ ধন গান্ধী শত-বাৰ্ষিকীৰ দিনা উক্ত আশ্ৰমৰ বাবে আগবঢ়ায়। উক্ত ধনেৰে আশ্ৰমত তিনি কোঠালীৰ এটা সাৰ্বজনীন প্ৰাৰ্থনা ঘৰ সজা হয়। ঘৰটি সন্ত বিনোৱাজীৰ নামত অৰ্পণ কৰা হয়। আজি প্ৰায় ন-দহ বছৰে এই অঞ্চলত কোনো সংঘৰ্ষ হোৱা নাই। হয়তো সুদূৰ ভৱিষ্যতো শান্তিৰেই অতিবাহিত কৰিব পাৰিব। এই ক্ষেত্ৰত নগা ভাই এজনৰ উক্তি উল্লেখযোগ্য—'জামাদাৰ বাবুকে সোধ' 'মিতুৰ আশ্ৰম' হবৰ পৰা, আমি আহিছে, থাকিছে একেলগে, খিন নকৰিছে। এতিয়া আমাৰ হলে গদাধৰ বজাৰ দিনৰ 'মিতুৰ' যেন লাগিছে। এই কেই-বছৰে অসমীয়া আৰু আমাৰ মাজত কোনো গোলমাল নহৈছে"। এনে নগা ভাই জনৰ প্ৰকৃত মনৰ কথা! তেখেতে কয়, "ঐক্য-সংহতি ফালিব নোৱাৰা যজা আঙুলিটো—এই ঐক্য-সংহতি ৰক্ষা কৰা কামত উভয় দেশৰ চৰকাৰে সহায় কৰাৰ যথেষ্ট থল আছে। কিন্তু ই ঘাইকৈ সমাজৰ কামহে। এই কামত দেহে-কেহে লাগি থকা কেইজনমান সেৱক-সেৱিকাৰ দৰকাৰ। ঐক্য-সংহতি কোনো সংবিধান বা আইনে বান্ধি ৰাখিব নোৱাৰে। ই অন্তৰৰ গোপন ঠাইত উদ্ভৱ হোৱা আত্ম অনুভূতি" ফুকনদেৱৰ মতে 'ঐক্য-সংহতি মুখৰ কথা নহয়, আচৰণৰ চম্বুক লো।'

ইয়াৰ উপৰিও তেখেতে ফৰকাটিঙত 'গান্ধী আশ্ৰম' নামৰ এখন আশ্ৰম স্থাপন কৰে। পৰিচালনাৰ বাবে তেখেতে সাহিত্যিক পেন্সনৰ কিছু টকা 'গান্ধী আশ্ৰম'তো দান দিয়ে।



যদিও ফুকনৰ জন্ম এটা ঐতিহ্যপূৰ্ণ ৰক্ষণশীল পৰিয়ালত, ৰক্ষণ-শীলতাৰ মাজত ডাঙৰ-দীঘল হৈছিল, তথাপি পৰৱৰ্তী কালত বাৰে-ৰহণীয়া অভিজ্ঞতাৰে পুষ্ট জীৱনৰ গৰাকী ফুকনে সমাজৰ এলান্ধুকলীয়া কুসংস্কাৰ নিৰ্মূল কৰি সমাজক মুক্ত কৰিবৰ বাবে আজীৱন সংগ্ৰাম কৰি আহিছে। মহাত্মা গান্ধীৰ 'হৰিজন আন্দোলন'ৰ বহুবছৰৰ আগতেই তেখেতে কৈৱৰ্ত, বনিয়া, ট্ৰাইবেল আৰু বন্নুৱা সকলক সমাজত উপযুক্ত স্থান দিবৰ বাবে চেষ্টা কৰি আহিছে। এই ক্ষেত্ৰত তেখেতৰ ২৫-১০-৩৯ তাৰিখৰ অসম সূত সন্মিলনৰ সভাপতিৰ অভিভাষণ, ৪-৪-৪০ তাৰিখৰ মিৰি সন্মিলনৰ অভিভাষণ, ২৫-১২-৪১ তাৰিখৰ চুতিয়া সন্মিলনৰ অভিভাষণ, ১৮-৫-৩৮ তাৰিখৰ অসম কৈৱৰ্ত সন্মিলনৰ অষ্টম অধিৱেশনৰ অভিভাষণ ইয়াৰ জলন্ত প্ৰমাণ। তেখেতে মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ আহিৰে এটা নামঘৰ নিৰ্মাণ কৰি তাত সকলো লোকক প্ৰবেশৰ অনুমতি দিয়াৰ প্ৰস্তাৱ কৰাত সেই সময়ৰ 'টাইমচ্ অৱ আসাম' কাকতে—"অৱশ্যে কালিকা পুৰাণত লিখাই আছে কলিত একেকাৰ হ'ব, ফুকনে এতিয়া সেই একেকাৰকেই আনিব খুজিছে।" বুলি কটু সমালোচনা কৰে। অৱশ্যে ফুকনদেৱে তাৰ প্ৰতি কোনো কৰ্ণপাত নকৰি সজোৰে এই কাৰ্যত আত্মনিয়োগ কৰে। তেখেতে জানিছিল সমাজৰ কামত লাগিলে এনেধৰণৰ সৰু-বৰ অনেক তিতা-মিঠা অভিজ্ঞতাৰ সন্মুখীন হ'বই লাগিব। সমস্যা আছে বাবেই সমাধানৰ উপায় চিন্তা কৰিব লগীয়া হয়। তেখেতে ভাবিছিল সময়ৰ সোঁতত সমাজৰ কুসংস্কাৰবোৰ ধুই নিকা কৰি এখন সুস্থ, সবল, নিকা সমাজ গঢ়িব পৰাটো সম্ভৱ হ'ব। পৰিবৰ্তনশীল সমাজত পৰিবৰ্তন অপৰিহাৰ্য আৰু পৰিবৰ্তন হ'বই। সেয়ে তেখেতে গতিশীল সৃষ্টিত নতুনক আহবান কৰি মহাপুৰুষৰ 'নোহো জানা আমি চাৰি জাতি' বুলি প্ৰত্যয় গৈছে। মহাপুৰুষীয়া আহিৰে গাৰোৰ গোবিন্দ, নগাৰ নৰোত্তম, মুছলমানৰ চান্দখাই আদি সকলো লোকক আদৰিব পৰা এটা সাৰ্বজনীন নামঘৰ স্থাপনৰ কথা কৈ আহিছে। বৰ্তমানে তেখেতৰ বাস ভৱনৰ কাষতে সেই প্ৰস্তাৱিত সাৰ্বজনীন নামঘৰ ইতিমধ্যে নিৰ্মাণৰ পথত।

ইয়াৰ উপৰিও তেখেতে মহামানৱ মহাত্মা গান্ধীৰ 'হৰিজন আন্দোলন'তো অগ্ৰভাগ লৈছে। সৰ্বভাৰতীয় হৰিজন আন্দোলনৰ লগতে

অসমতো এই আন্দোলনে গঢ় লৈ উঠিছিল। ফুকনদেৱে ইয়াৰ লগতো ওতঃপ্ৰোতভাৱে জড়িত আছিল। অস্পৃশ্যতা দূৰীকৰণৰ বাবে তেখেতে সজোৰে মাত মাতিছিল। অস্পৃশ্য বুলি ঘিণ কৰা হৰিজন সকলক ন্যায্য স্থান দিয়াতো নৈতিক আৰু সামাজিক দুয়োফালৰ পৰা অতি গুৰুত্বপূৰ্ণ কৰ্তব্য বুলি তেখেতে দৃঢ়মত প্ৰকাশ কৰে। অস্পৃশ্যতাৰ নিচিনা ঘিণনীয়, সংকীৰ্ণ মনোভাবক তেখেতে প্ৰশ্ৰয় দিয়াৰ কথা ভাবিবই নোৱাৰে। মহাপুৰুষ শংকৰদেৱৰ অনুৰক্ত ফুকনদেৱে এক বিশ্বভাতৃত্বৰ ভাৱেৰে উদ্বুদ্ধ হৈ বিশ্বপ্ৰেমেৰে সকলোকে আকোৱালি লোৱাতো বাঞ্ছা কৰে। তেখেতে কয়—"এক ঈশ্বৰৰ মহান সৃষ্টিত আমি বিশ্বভাতৃত্বৰ ভাৱেৰে বান্ধ খাব নোৱাৰিলে, পৃথিৱীত কোনো দিন প্ৰকৃত শান্তি হ'ব নোৱাৰে। শান্তি-সম্প্ৰীতি মুখৰ কথা হৈ ৰ'ব ; কাৰ্যত একো নহব।"

মানুহক উচ্চ-নীচ জাত বা জন্মৰ গুৰি নিবিচাৰি তাক কৰ্মেৰেহে জুখিব লাগে। এজন হৰিজনৰ ল'ৰাৰো মেধাশক্তিৰ বলত এটা সমাজৰ ডাঙৰ দায়িত্ব পালন কৰিব পাৰিব পাৰে অথচ এজন তথা কথিত উচ্চ-হিন্দুৰ ল'ৰাই সেইটো নোৱাৰিবও পাৰে। এই ক্ষেত্ৰত উচ্চ-হিন্দুতকৈ হৰিজন ল'ৰাজন বহু ওপৰত। সেয়ে জাত বিচাৰ নকৰি গুণগত ভিত্তিতহে বিচাৰ হোৱা উচিত। জাত বিচাৰৰ ঘিণনীয় মনোভাৱক তেখেতে গৰিহণা দিয়ে। সমাজৰ কুসংস্কাৰ ৰক্ষণশীলতাৰ বিৰুদ্ধে তেখেতে আজীৱন দৃঢ়তাৰে প্ৰতিবাদ কৰি আহিছে। সমাজৰ গতানুগতিকতাৰ প্ৰাচীৰ ভাঙি নতুনক আদৰা ফুকন গতিশীলতাৰ আহ্বায়ক।

এই সম্পৰ্কে তেখেতৰ ভাষত— "আমি অনুভৱ কৰিছো সংবিধানত অস্পৃশ্যতাৰ ঠাই নোহোৱা হ'ল সঁচা কিন্তু উচ্চ-বৰ্ণৰ মনৰ সংস্কাৰৰ পৰা সি মুক্তিত আঁতৰিছে, সম্পূৰ্ণ মুক্তি লাভ কৰিব পৰা নাই। তেওঁলোকৰ মাজত দ্ৰুতবেগে শিক্ষা বিস্তাৰ, ৰাজহুৱা দায়িত্বৰ পদত যোগ্যজনক সহজে নিযুক্তি কৰি পদ গৌৰৱ বঢ়াই সমাজৰ সন্মান লাভ কৰিবলৈ সুযোগ দিলে, অলপ সময়ৰ ভিতৰতে 'অস্পৃশ্যতা'ৰ সম্পূৰ্ণ জনি মৰিব।"

ভাৰত চৰকাৰে তেখেতক 'পদ্মশ্ৰী' উপাধিৰে বিভূষিত কৰে। অৱশ্যে তেখেতে বিনম্ৰভাৱে চৰকাৰক এই উপাধি গ্ৰহণ কৰিলে ৰাইজৰ মৰম উপেক্ষা কৰা হ'ব বুলি জনায়। * * *

# উৎসৰ্গিত প্ৰাণ

"বাকী কেইদিন যেন নিজকে পাহৰি
লীন হৈ যাব পাৰো সমাজ দেহাত
বাঞ্ছা কৰো প্ৰভু! যেন সেয়ে সিদ্ধি হয়,
অসম্ভৱ নোহে একো তোমাৰ কৃপাত।"

আদি বৃটিছ যুগতো ভাৰতবৰ্ষত শিক্ষা বিস্তাৰৰ ব্যৱস্থা একেবাৰে নাই বুলি ক'ব নোৱাৰি যদিও কোনো উল্লেখযোগ্য অগ্ৰগতি চকুত নপৰে। ই অতি সীমিত পৰিসৰৰ মাজতহে সীমাবদ্ধ আছিল। ভাৰতীয় সমাজত, ভাৰতলৈ বৃটিছৰ আগমনৰ লগে লগে পশ্চিমীয়া সভ্যতা সংস্কৃতি আদিৰ লগতে ভাৰতীয় শিক্ষাৰ ক্ষেত্ৰতো প্ৰভাৱ পৰিছিল। ভাৰতলৈ বৃটিছ আগমনৰ অন্য এটা উল্লেখযোগ্য অৱদান হ'ল শিক্ষা বিস্তাৰৰ ব্যৱস্থা। ভাৰতীয়সকল যিমানেই পশ্চিমীয়া চাল-চলনৰ মাজত সোমাই গৈছিল সিমানেই শিক্ষা গ্ৰহণৰ আৱশ্যকতা উপলব্ধি কৰাৰ সুযোগ হৈছিল আৰু শিক্ষা গ্ৰহণৰ স্পৃহা বাঢ়ি গৈছিল। লৰ্ড বেণ্টিংকৰ শাসনৰ প্ৰথম ছোৱালৈকে আৰবী সংস্কৃত আৰু পাৰ্চী আদি ভাষাৰে শিক্ষা দান কৰাৰ ব্যৱস্থা চলি আছিল। লৰ্ড মেকলে, ৰজা ৰামমোহন ৰায় প্ৰমুখ্যে মণীষীসকলৰ পৰামৰ্শ গ্ৰহণ কৰি লৰ্ড বেণ্টিকে ইংৰাজী ভাষাৰ যোগেদিয়েই শিক্ষা দিয়াৰ দিহা কৰে। এই ক্ষেত্ৰত মিছনেৰীসকলৰ অৱদানো দলিয়াই পেলোৱা বিধৰ নহয়। যদিও মিছনেৰীসকলৰ উদ্দেশ্য ধৰ্ম প্ৰচাৰ কৰাহে তথাপি ধৰ্মপ্ৰচাৰৰ্থে আনুষাঙ্গিক শিক্ষাও অপৰিহাৰ্য। ফলত তেওঁলোকে ধৰ্মপ্ৰচাৰৰ লগে লগেই অনা-চৰকাৰী ভাৱে হলেও শিক্ষা বিস্তাৰৰ ব্যৱস্থা লৈছিল। ১৮৫৭ খৃঃত কলিকতা, বোম্বাই, মাদ্ৰাজত বিশ্ববিদ্যালয় স্থাপন কৰাৰ ব্যৱস্থা কৰে। ক্ৰমান্বয়ে দেশৰ বাকী অংশতো পঞ্জাব, এলাহাবাদ, আগ্ৰা, লক্ষ্ণৌ, আলিগড়, কাশী, পাটনা, ঢাকা, নাগপুৰ, হায়দৰাবাদ, অন্ধ্ৰ আদি ঠাইত বিশ্ববিদ্যালয় স্থাপন হয়।

যি সময়ত ভাৰতবৰ্ষত শিক্ষা বিস্তাৰৰ ব্যৱস্থা অতি শামুকীয়া গতিত আগবাঢ়িছিল আৰু এটা সীমিত গণ্ডিৰ মাজত আবদ্ধ আছিল; তেতিয়া ভাৰতৰ অন্য অংশতকৈ বহু পিছত ইংৰাজৰ অধীনলৈ যোৱা অসমৰ শিক্ষা ব্যৱস্থাৰ কথা সহজেই অনুমেয়। সেই সময়ত অসমত শিক্ষা বিস্তাৰ একেবাৰে নাই হোৱা বুলি ক'ব নোৱাৰিলেও কোনো উল্লেখযোগ্য উন্নতি হৈছিল বুলি ক'ব নোৱাৰি। গোটেই অসম শিক্ষা-দিক্ষাৰ ক্ষেত্ৰত একেবাৰে পিছ পৰি আছিল। সেয়ে সৰ্বভাৰতীয় ক্ষেত্ৰত ফেৰ মাৰিব নোৱাৰাৰ ফলত অসমে বহুতো প্ৰাপ্য সুবিধাৰ পৰা বঞ্চিত হ'বলগীয়া হৈছিল। ১৯০০ চনলৈ অসমত এখন কলেজৰ ব্যৱস্থা নাছিল। আন্দোলনৰ পথ লোৱাতহে কটন কলেজ স্থাপিত হোৱাৰ উজ্জ্বল সম্ভাৱনাই দেখা দিয়ে আৰু ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপিত হয়। সেই সময়ত অসমত প্ৰাইমেৰী স্কুল আৰু হাইস্কুলৰ সংখ্যাও আজিৰ দৰে হাজাৰ হাজাৰ নাছিল। সেইবিলাকৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পৰা আছিল। গোটেই অসমৰ শিক্ষিতৰ সংখ্যাও তথৈবচ। উচ্চ শিক্ষাৰ্থে অসমত কোনো ব্যৱস্থা নথকাত কলিকতাত শিক্ষা গ্ৰহণ কৰিব লগীয়া হৈছিল। কেইবা-খনো গাঁৱৰ মাজতহে এখন প্ৰাইমেৰী স্কুল আছিল। হাইস্কুলৰ ক্ষেত্ৰতো ১৩/১৪ মাইল পৰ্যন্ত বাটকুৰি বায় গৈহে শিক্ষা গ্ৰহণ কৰিব লগীয়া হৈছিল। পঢ়ুৱৈৰ সংখ্যাও অতি নগণ্য আছিল। সমাজৰ অতি ৰক্ষণশীল মনোভাৱ, অৰ্থৰ অভাৱ আদিয়েই ইয়াৰ মূল কাৰণ আছিল।

সেই সময়ত প্ৰাতঃস্মৰণীয় লক্ষ্মীপ্ৰসাদ চলিহা প্ৰমুখ্যে ব্যক্তি সকলৰ প্ৰচেষ্টাত ডিব্ৰুগড়ত ৰাজহুৱা ভাৱে জৰ্জ ইনষ্টিটিউট স্থাপন কৰাৰ যো-জা চলিছিল। তেখেতসকলে ফুকনদেৱক ইনষ্টিটিউশ্যনৰ প্ৰধান শিক্ষকৰ পদ যাচে আৰু ইয়াৰ আগ-গুৰি ধৰি এটি পুৰ্ণাংগ স্কুল প্ৰতিষ্ঠা কৰিবৰ বাবে উদগনি দিয়ে। ফুকনদেৱ সেইবছৰ আইনৰ ফাইনেল পৰীক্ষাত অকৃতকাৰ্য হ'ল। ঘৰুৱা অৱস্থালৈ লক্ষ্য কৰি সকলোৱে তেখেতক পুনৰ আইনৰ পৰীক্ষা দিবৰ বাবে কয়। একালে ঘৰুৱা অৱস্থাৰ প্ৰত্যাহ্বান, আনকালে শিক্ষানুৰাগ—তেখেতে কোনটো কৰে; আইনৰ পৰীক্ষাকে দিয়েনে স্কুল স্থাপনৰ কামত লাগে। সেইসময়ৰ অসমৰ শিক্ষাৰ ক্ষেত্ৰত পিছপৰি থকা অৱস্থালৈ লক্ষ্যকৰি স্কুলৰ কথা ভাবে, লগে লগে ঘৰখনৰ পুতৌলগা আৰ্থিক দুৰৱস্থাৰ ছবিখনো তেখেতৰ চকুৰ আগত অধিক



স্পষ্ট হৈ ভাহি উঠে। তেনেসময়ত ফুকনৰ হাতত বুকাৰ ওৱাশ্বিংটনৰ (Booker Washington) আত্মজীৱনীখন পৰে। এই উভয় সংকটৰ মুহূৰ্তত বুকাৰ ওৱাশ্বিংটনৰ জীৱনাদৰ্শই ফুকনদেৱক এক নতুন পথৰ সন্ধান দিলে। ফুকনদেৱ ওৱাশ্বিংটনৰ আদৰ্শত অনুপ্ৰাণিত হ'ল। সেইজন জীৱনী লেখক নিগ্ৰো নেতাই সেইকালতে নিগ্ৰোসকলৰ বাবে 'তাছগাজী বিশ্ববিদ্যালয়'ৰ দৰে এখন আগশাৰীৰ বিশ্ববিদ্যালয় স্থাপন কৰে। ওৱাশ্বিংটনৰ আত্মজীৱনীৰ আৰম্ভনিতে আত্মপৰিচয়ৰ কথা কওঁতে তলৰ কথা কেইশাৰীত ফুকনদেৱৰ চকু থৰ হৈ ৰয়। তেওঁ লিখিছিল "I donot know, who is my father, I am told that I was born in a plantation of an European Parent."

ফুকনদেৱ যিমানেই ওৱাশ্বিংটনৰ আত্মজীৱনীখনৰ মাজলৈ সোমাই গৈছিল, অজানিতে তেখেতৰ মনলৈ এটা পৰিবৰ্তন আহি পৰিছিল। তেখেতে ভাবিবলৈ বাধ্য হৈছিল যে এজন ক্ৰীতদাসৰ ল'ৰাই নিগ্ৰো-সকলৰ বাবে এখন বিশ্ববিদ্যালয় স্থাপন কৰাত সহায় কৰিছিল আৰু তাক বাস্তৱত ৰূপায়িত কৰিছিল; যিজনে আনকি পিতৃ পৰিচয়ো জনাৰ সুবিধা নাছিল। শিক্ষানুৰাগী ফুকনক বুকাৰ ওৱাশ্বিংটনৰ জীৱনাদৰ্শই অনুপ্ৰাণিত আৰু উদ্বুদ্ধ কৰে আৰু ফুকনদেৱৰ মনলৈ এটা 'চেলেঞ্জ' আনি দিয়ে। তেখেতে ভাবিছিল যে তেখেত এটা ঐতিহ্যসম্পন্ন পৰিয়ালত জন্ম গ্ৰহণ কৰিও স্বজাতিৰ বাবে এটা স্কুল প্ৰতিষ্ঠা কৰিব নোৱাৰাৰ কোনো কাৰণ থাকিব নোৱাৰে। সেয়ে এই নাটকীয় মুহূৰ্তত জীৱনৰ লক্ষ্য পৰিবৰ্তন কৰি তেখেতে আইন পঢ়াৰ আশা ত্যাগ কৰি 'জৰ্জ ইনষ্টিটিউশ্যন' প্ৰতিষ্ঠাৰ সপোন বাস্তৱত পৰিণত কৰাৰ দৃঢ় মনোভাৱ গঢ়ি তোলে। তেখেত ১৯১১ চনত 'জৰ্জ ইনষ্টিটিউশ্যন'ৰ প্ৰধান শিক্ষক নিয়োজিত হয়। জৰ্জ স্কুলৰ সৰ্বাংগীন উন্নতিৰ বাবে তেখেতে মন-প্ৰাণ, ধন-জন সকলো সঁপি দিছিল। বুকাৰ ওৱাচিংটনৰ আদৰ্শত অনুপ্ৰাণিত হৈ ফুকনদেৱে অকল 'জৰ্জ ইনষ্টিটিউশ্যন' প্ৰতিষ্ঠা কৰিলে বুলি ক'লে ভুল কোৱা হ'ব, সেই আদৰ্শত অনেক সৰু-বৰ শিক্ষানুষ্ঠানৰ, প্ৰতিষ্ঠাৰ কাৰণে তেখেত আজীৱন জড়িত হৈ আছে। সুদীৰ্ঘ ৬০ বছৰৰ ওপৰকাল শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত লাগি থাকি, শিক্ষাৰ ক্ষেত্ৰত পিছপৰি থকা অসমৈল প্ৰাক-স্বাধীনতা কালৰ পৰা স্বাধীনোত্তৰ

কালৈকে প্ৰায় তিনিটা দশকত যি বৰঙনি আগবঢ়ালে, তেনে উদাহৰণ অতি বিৰল। ই ফুকনদেৱৰ মহানুভৱতা, স্বদেশপ্ৰেম, শিক্ষানুৰাগ আৰু চৰম ত্যাগৰ জলন্ত নিদৰ্শন বুলি ক'লেও বঢ়াই কোৱা নহ'ব।

এই গৰাকী শিক্ষাব্ৰতীৰ আশাশুধীয়া চেষ্টাত প্ৰথম অৱস্থাত এটা জৰাজীৰ্ণ ঘৰতে স্কুল আৰম্ভ কৰা হয়। 'হঠাৎ তেনে অৱস্থাত স্কুল চলি থাকোতেই চাৰ আৰ্চডেল আৰ্ল চাহাবে স্কুল পৰিদৰ্শন কৰে। পৰিদৰ্শকে সোমায়েই অতি চোকা মন্তব্য কৰে— "Head master, I believe this is the worst building of the town." পৰিদৰ্শকৰ তেনে মন্তব্যত প্ৰথমতে ফুকন কিছু সন্ত্ৰস্ত হৈছিল যদিও ফুকনৰ বুদ্ধিৰ বলত সি সহজ হৈ পৰিল। তেখেতে তপৰাই উত্তৰ দিছিল—"Yes, Sir, you are correct and public has started this institution, because of the fact that the university has limited number of admissions in each class from this year. So, if the Government assures us that there will be no refusal of admissions in the Government schools, we will close this institution at once. We have no proprietory interest in the school, which will be run at a loss for three years and I am rendering my service as honorary." শেষত বাধ্যত পৰি আৰ্ল চাহাবে পৰিদৰ্শকৰ বহী (visitor's book)ত ডিব্ৰুগড়ত এই স্কুল প্ৰতিষ্ঠাৰ প্ৰয়োজন আছে বুলি ভালকৈ লিখি থৈ যায়। ডি, পি, আই (D.P.I) য়ে তেতিয়া স্কুলখন সাহায্য প্ৰাপ্ত কৰি ল'বলৈ ঘৰ আৰু মাটিৰ প্লেন আৰু এষ্টিমেট (Plan and estimate) বিচাৰে। সেইমতেই সেইমাহৰ পৰা মাহিলি ৩০০ (তিনিশ) টকা মঞ্জুৰী পায় আৰু ২৫,০০০·০০ টকাৰ এককালীন চৰকাৰী মঞ্জুৰী দি চৰকাৰী গেজেট প্ৰকাশ কৰে। দুৰ্ভাগ্য-বশতঃ তাৰ কেইদিনৰ পিছতেই জাৰ্মান যুদ্ধ ঘোষিত হ'লত এই মঞ্জুৰী বন্ধ হৈ যায়। অৱশ্যে স্কুলৰ অগ্ৰগতিত বাধাৰ সৃষ্টি কৰিব নোৱাৰাকৈ ফুকনদেৱে তাৰ ব্যৱস্থা লৈছিল। ফুকনদেৱৰ অক্লান্ত পৰিশ্ৰম, অফুৰন্ত কৰ্মশক্তি আৰু তীক্ষ্ণ বুদ্ধিৰ বলত সকলো বাধা-বিঘিনি অতিক্ৰম কৰি জৰ্জ ইনষ্টিটিউশ্যন এখন পূৰ্ণাংগ হাইস্কুল হিচাপে পৰিগণিত হ'ল। জৰ্জ ইনষ্টিটিউশ্যনক তেখেতৰ জীৱনৰ 'মিছন' স্বৰূপে লৈছিল।



তেখেত জৰ্জ ইনষ্টিটিউশ্যনৰ প্ৰধান শিক্ষক হৈ থকাৰ সময়ত তেখেতৰ সহকাৰীসকলক ভাতৃবৎ ব্যৱহাৰ কৰিছিল। সেইবুলি কামত অৱহেলা কৰাটো ভাল নাপাইছিল আৰু প্ৰশ্ৰয় দিয়া নাছিল। তেখেতে কোনো দিনে নিজৰ কামত অৱহেলা কৰা নাছিল। স্কুলৰ আৰু নিজৰ যাবতীয় সকলো কাম-কাজ নিয়মীয়াকৈ সময়মতে কৰিছিল। স্কুল প্ৰশাসনৰ ক্ষেত্ৰত তেখেতে কোনো ধৰণৰ সোপা-ঢিলা নীতি মানি লোৱা নাছিল। ছাত্ৰসকলক তেখেতে পুত্ৰবৎ পালন কৰিছিল কিন্তু সেইবুলি কোনো কথাত লাই দিয়া নাছিল। ভাবিলে আচৰিত লাগে একেজন মানুহ কেনেকৈ ইমানবোৰ গুণৰ অধিকাৰী হ'ব পাৰে আৰু সকলোবোৰ দায়িত্ব সুচাৰুৰূপে পালন কৰি যাব পাৰে। তেখেতে দহজন ডেকাৰ শক্তিৰে কাম কৰি যাব পাৰিছিল। জৰ্জ ইনষ্টিটিউশ্যনৰ জন্মৰ লগত যি গৰাকী ব্যক্তিৰ মধুৰ স্পৰ্শ পৰিছিল; যাৰ আশাশুধীয়া শ্ৰম আৰু ত্যাগৰ ফলত এই শিক্ষানুষ্ঠানে শীৰ্ষস্থানত উপনীত হোৱাৰ যোগ্যতা লাভ কৰিছে; সেইজন ত্যাগীবীৰ, কৰ্মযোগী, শিক্ষাব্ৰতী ফুকনদেৱৰ নাম 'জৰ্জ ইনষ্টিটিউশ্যন'ৰ বুৰঞ্জীত চিৰদিন সোণালী আখৰেৰে লিখা থাকিব। ফুকনৰ পৰৱৰ্তী কালতো তেখেতৰ আদৰ্শই হাজাৰ হাজাৰ শিক্ষাব্ৰতী ডেকাক অনুপ্ৰাণিত কৰি যাব আৰু শিক্ষাৰ পবিত্ৰতাৰ আৰু মহানশক্তিৰ প্ৰতি তেওঁলোকৰ শিৰ নত কৰাই যাব। ইয়াৰ উপৰিও তেখেত প্ৰায় কুৰিখনৰো অধিক হাইস্কুল প্ৰতিষ্ঠাৰ লগত ঘনিষ্ঠভাৱে জড়িত থাকি সৰ্বতোপ্ৰকাৰে দিহা-পৰামৰ্শ আৰু নানাপ্ৰকাৰে সহায় কৰি আহিছে। এই বিলাক স্কুল এতিয়া পূৰ্ণ পৰ্যায়ত চলি আছে। এই-বিলাকৰ উপৰিও তেখেত অনেক সৰু-বৰ শিক্ষাসম্বন্ধীয় অনুষ্ঠানৰ লগত প্ৰত্যক্ষভাৱে জড়িত থাকি সেইবিলাকৰ পৰিচালনাত সহায় কৰি আহিছে। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ বেলিকাও তেখেতৰ বৰঙনি এই প্ৰসংগত স্মৰণযোগ্য। বাণীমন্দিৰৰ এই প্ৰবীণ পূজাৰীজনৰ জ্ঞান বিস্তাৰৰ স্পৃহা প্ৰসংশনীয়, আদৰ্শনীয় আৰু অনুকৰণীয়।

অসম সাহিত্য সভাৰ জন্মৰ প্ৰাৰম্ভিক প্ৰচেষ্টা হয় ১৯১৫ চনৰ জুলাই মাহত। সেই মাহত যোৰহাটৰ সাহিত্যানুৰাগী ৰাইজে এখন সাহিত্য-আলোচনী সভা পাতে। সেই সভাত সভাপতিত্ব কৰে শিৱসাগৰৰ

ফনীধৰ চলিহাদেৱে। উক্ত সভাৰ শিলঙৰ মজিদ চাহাব আৰু তেজপুৰৰ পদ্মনাথ গোহাঞি বৰুৱা নির্দিষ্ট বক্তা আছিল।

১৯১৫ চনৰ ৩০ ডিচেম্বৰত ডিব্ৰুগড়ত ফনীধৰ চলিহাদেৱৰ সভাপতিত্বতে দ্বিতীয়খন সাহিত্য-আলোচনী সভা বহে। এই সভাতো পদ্মনাথ গোহাঞি, সত্যনাথ বৰা, বেণুধৰ, ৰাজখোৱা প্ৰমুখ্যে ব্যক্তিসকল নির্দিষ্ট বক্তা আছিল।

এনেদৰে অসম সাহিত্য-আলোচনী সভা এখন স্থায়ী ভাবে পতাৰ বাবে নানা মহলত জল্পনা-কল্পনা চলে, ফলত ১৯১৭ চনৰ ১৮ চেপ্তেম্বৰত শিৱসাগৰত তাৰা প্ৰসাদ চলিহাৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত সেই চনৰ বৰদিনত শিৱসাগৰত বহিব লগীয়া ৰাজনৈতিক সন্মিলনৰ সভা-মণ্ডপতে সদৌ অসম সাহিত্য সন্মিলন এখন পাতিবলৈ সিদ্ধান্ত হয়। এয়েই অসম সাহিত্য সভাৰ প্ৰাৰম্ভিক শুভাৰম্ভ। উক্ত সিদ্ধান্তনুযায়ী উক্ত সভা-মণ্ডপতে ২৬ আৰু ২৭ ডিচেম্বৰত স্বনামধন্য পদ্মনাথ গোহাঞি বৰুৱাদেৱৰ সভাপতিত্বত শিৱসাগৰত প্ৰথম অধিবেশনৰ শুভাৰম্ভ হয়।

১৮৬০ চনৰ ২১ আইনমতে অসমীয়া ৰাইজৰ চেষ্টাত ১৭।৩।২৪ ত অসম সাহিত্য সভা ৰেজিষ্টাৰ কৰা হয়। সেই বছৰতে ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ পৰা তেখেতৰ মৃত দুইপুত্ৰ চন্দ্ৰকান্ত-ইন্দ্ৰকান্তৰ স্মৃতি ৰক্ষাৰ্থে ২৫,০০০·০০ টকাৰ এটি অনুদান পোৱা হয়। তাৰ উপৰি দক্ষিণপাটৰ সত্ৰাধিকাৰৰ পৰা ৫,০০০·০০ টকাৰ আন এটি প্ৰস্তাৱো আছে। ফলত ক্ৰমান্বয়ে অসম সাহিত্য সভাৰ ভেটি সুদৃঢ় হোৱাৰ উজ্জল সম্ভাৱনাই দেখা দিয়ে।

এনেদৰে আহি আহি ১৯৪৪ চনত শিৱসাগৰত উনবিংশ অধিবেশন পতা হয়। উক্ত সভাত সভাপতিৰূপে নীলমণি ফুকনদেৱ নির্বাচিত হয়।

অসম সাহিত্য সভাৰ লগত ফুকনদেৱৰ সম্বন্ধ অতি নিবিড় আৰু মধুৰ। তেখেত ১৯৪৭ চনতো অসম সাহিত্য সভাৰ সভাপতি হয়। অসম সাহিত্য সভাৰ সভাপতিৰ দৰে জাতীয় সন্মানিত পদত দুবাৰকৈ অধিষ্ঠিত হ'ব পৰাটো কম সৌভাগ্যৰ কথা নহয়। যি সময়ত তেখেত



অসম সাহিত্য সভাৰ সভাপতি হয়, ই অসম সাহিত্য সভা তথা, দেশৰ অতি সংকটৰ সময়। সেই সময়ত একাধি দ্বিতীয় মহাযুদ্ধৰ হুংকাৰ আনকালে দেশত বিদেশী শাসকৰ কঠোৰ দমন নীতিত অতিষ্ঠ হোৱা অসমীয়া জাতিৰ ভৱিষ্যৎ সম্বন্ধে অনিশ্চয়তা। এনে দোদুল্যমান অৱস্থাত সাহিত্য সভাৰ ভৱিষ্যৎ এটা অতি চিন্তাৰ বিষয় হৈ পৰিছিল। সাহিত্য সভা তেতিয়া একেবাৰে অচল নাছিল যদিও সম্পূৰ্ণ সক্ৰিয় বুলিও ক'ব নোৱাৰি। সেই দুৰ্যোগৰ দিনত শিৱসাগৰত ১৯৪৪ চনৰ অক্টোবৰ মাহত বহা অসম সাহিত্য সভাৰ উনবিংশ অধিবেশনত ফুকনদেৱে সভাপতিত্ব কৰে।

ফুকনদেৱৰ অপ্ৰাণ চেষ্টাত একৰকম্ অচল হোৱাৰ উপক্ৰম কৰা অসম সাহিত্য সভা পুনৰ উজ্জল হৈ উঠাৰ অৱস্থা পৰিলক্ষিত হয়। সেই পৰ্যন্ত অসম সাহিত্য সভাৰ মুঠ সাতাইশ জন আজীৱন সভ্যৰ নাম পোৱা গৈছিল যদিও কোনো হিচাপ পোৱা নগৈছিল। ফুকনদেৱৰ দিনত নতুনকৈ এশজন আজীৱন সভ্যৰ বৰঙনি গোটাই ১০,০০০·০০ টকাৰ এটা পুঁজি গঠন কৰে। স্বৰ্গীয় বিমলা প্ৰসাদ চলিহাদেৱ প্ৰথম আজীৱন সভ্য হয়। সেই পুঁজিৰ অক্ষয় ধাৰা অদ্যাৱধি চলি আছে। ফুকনদেৱৰ সভাপতিত্বৰ কালতে "আসাম সাহিত্য সভা" ( Assam Sahitya Sabha)ৰ ঠাইত "অসম সাহিত্য সভা" (Asom Sahitya Sabha) নামকৰণ কৰা হয়। ইয়াৰ উপৰি আৰু কেইবাটাও মৌলিক সাল-সলনি কৰা হয়। তেখেতৰ সভাপতিত্বৰ কালতেই বছেৰেকীয়া অধিবেশনৰ সভাপতিয়েই ঘূৰি বছেৰেকীয়া অধিবেশনলৈকে সভাপতি হৈ থকাৰ ব্যৱস্থা কৰে। পূৰ্বৰ সম্পাদকে টকা-পইচাৰ হিচাপ হস্তান্তৰ নকৰাত, এক প্ৰকাৰ অচল অৱস্থা হোৱা সত্ত্বেও সভাত (১) অসম সাহিত্য সভাৰ বুৰঞ্জী; (২) অসমীয়া সাহিত্যৰ বিৱৰণমূলক তালিকা; (৩) বুদ্ধদেৱ, যীশুখৃষ্ট, মহম্মদ, শংকৰদেৱ প্ৰভৃতিৰ বাণী; (৪) অসমীয়া শিশু-বিশ্বকোষৰ আঁচনি আদি কাৰ্য সম্পূৰ্ণ কৰা হয়। অৱশ্যে দ্বিতীয় মহাসমৰ পূৰ্ণদমে চলি থকাত সকলোবোৰ ছপাই উলিওৱা সম্ভৱ নহ'ল। ফুকনদেৱৰ দিনতে অসম সাহিত্য সভাই পুনৰ ঠন ধৰি উঠে, যাৰ ফলত অসম সাহিত্য সভাই আজি হয়তো এই অৱস্থাত উপনীত হোৱাতো সম্ভৱ হ'ল। সুযোগ্য ব্যক্তি গৰাকী উপযুক্ত সময়ত সভাপতি নহৈ

অন্য এগৰাকী হোৱাহেঁতেন হয়তো কালক্ৰমতঃ অৱস্থাই কি ৰূপ ললেহেঁতেন, কোৱা টান। তেখেতৰ কৰ্মী কালতে অসম সাহিত্য সভাৰ বহুতো শাখা সভা নতুনকৈ গাঁৱে-ভূঁয়ে গঠন কৰা হয়।

উনবিংশ অধিবেশনৰ সভাপতিৰূপে ১৯৪৪ চনত শিৱসাগৰত দিয়া তেখেতৰ প্ৰায় কুৰি পৃষ্ঠা জোৰা অভিভাষণত সেই সময়ৰ অসমৰ ভৌগোলিক, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু শিক্ষা আদিৰ সম্বন্ধে এখন বাস্তৱ ছবি দাঙি ধৰিছে।

ইয়াৰ উপৰিও ১৯৪৭ চনৰ এপ্ৰিল মাহত ডিব্ৰুগড়ত বহা বিংশ অধিবেশনৰ বাবে ফুকনদেৱক পুনৰ সভাপতি নিৰ্বাচন কৰা হয়। এনেদৰে গুৰুত্বপূৰ্ণ সময়ত একেৰাহে দুবাৰকৈ অসম সাহিত্য সভাৰ সভাপতি পদত অধিষ্ঠিত হোৱাটো কম সৌভাগ্য, সন্মান আৰু দায়িত্বৰ কথা নহয়। বিংশ অধিবেশনৰ সভাপতিৰ অভিভাষণত তেখেতে অসমৰ ভৌগোলিক অৱস্থা, অসমত বাস কৰা পমুৱাসকলৰ অৱস্থা, জাতীয় অনুষ্ঠান বিশ্ববিদ্যালয় প্ৰতিষ্ঠা, সাহিত্য-সংস্কৃতি আদিৰ সমস্যা আৰু সামাধানৰ পথ নিৰ্দেশ কৰি অসমৰ এটা সময়ৰ সুন্দৰ চিত্ৰ দাঙি ধৰে। ইয়েই ফুকনৰ সাহিত্যৰ লগত তেখেতৰ সম্পৰ্ক, দেশক আৰু জাতিক কিমান ভাল পায়, তাৰ চূড়ান্ত নিদৰ্শন বুলি কলে হয়তো ভুল কোৱা নহ'ব।

ফুকন ডাঙৰীয়া সমবায়-নীতিত বিশ্বাসী। প্ৰায় ৬০ বছৰৰো ওপৰকাল তেখেত সমবায় আন্দোলনৰ লগত সক্ৰিয়ভাৱে জড়িত। তেখেতেই প্ৰথমে ডিব্ৰুগড়ত সমবায় আন্দোলন আৰম্ভ কৰে। কিছুমান দিন তেখেত ডিব্ৰুগড়ত অবৈতনিক সংগঠক আছিল। তেখেতে সমবায় আন্দোলনৰ সৰ্বতোপ্ৰকাৰৰ কৃতকাৰ্যতা কামনা কৰে; ফুকনদেৱে সভা-সমিতিৰ উপৰিও ব্যক্তিগতভাৱে ৰাইজক সমবায় বিষয়ে বুজাবলৈ চেষ্টা কৰি আহিছে। তেখেতে সমবায়ৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে অহোপুৰুষাৰ্থ কৰি আহিছে। গাটোৰ লগত ছাঁটোৰ দৰে সমবায় আন্দোলনৰ লগত সুদীৰ্ঘ দিনৰ যোগা-যোগৰ তিতা-মিঠা অভিজ্ঞতাৰে সমবায়ৰ বিষয়ে তেখেতে আগবঢ়োৱা উপদেশখিনি অতি তাৎপৰ্যপূৰ্ণ।

প্ৰায় কুৰিবছৰ তেখেত ৰাষ্ট্ৰ-ভাষা প্ৰচাৰ সমিতিৰ অসম শাখাৰ সভাপতি আছিল। এই সম্পৰ্কে হোৱা ৰ্দস সিদ্ধান্ত ল'বলৈ



দিল্লীত বহা প্ৰথম অধিবেশনত তেখেতে অসমৰ প্ৰতিনিধি ৰূপে যোগদান কৰে। ফুকনদেৱ সৰ্বভাৰতীয় শান্তি কংগ্ৰেছৰ অসম শাখাৰো সভাপতি।

অসমৰ উচ্চ-শিক্ষাৰ্থে অসমত এটা বিশ্ববিদ্যালয় স্থাপনৰ বাবে আজীৱন শিক্ষাব্ৰতী ফুকনে অহোপুৰুষাৰ্থ কৰিছিল। এই সম্পৰ্কত তেখেতে কাকতে-পত্ৰই, সভা-সমিতিৰ যোগেদি যথা-সম্ভৱ সকলো ধৰণৰ চেষ্টা কৰিছিল। আনকি অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ প্ৰসঙ্গতো, অসমত অসমীয়া ভাষা-সাহিত্য, সাধনাৰ বাবে উচ্চ-শিক্ষাৰ্থে এটা জাতীয় অনুষ্ঠান; এখন বিশ্ববিদ্যালয় স্থাপনাৰ্থে তেখেতে যুক্তি দাঙি ধৰিছিল।

১৯৪৪ চনৰ অক্টোবৰ মাহত শিৱসাগৰত বহা উনবিংশ অধিবেশনৰ সভাপতিৰ ভাষণ প্ৰসঙ্গত এই বিষয়ে তেখেতে কৈছিল—"অসমীয়া ভাষা, সাহিত্যৰ অভাৱৰ কথাকো এবাৰ ভাবি চোৱা উচিত। সাহিত্য সাধনাৰ ঠাই এডোখৰ লাগে। সেয়ে হৈছে বৰ্তমান কালত বিশ্ববিদ্যালয়। এয়ে সকলো জ্ঞানৰ ভঁৰাল। ইয়াতেই সকলো বিদ্যাই পাৰ্গতালি দেখুৱায়। অসমত আজিলৈকে এটা বিশ্ববিদ্যালয় স্থাপন নহ'ল। ইয়াতকৈ জাতীয় জীৱনৰ অভাৱ কিবা হ'ব পাৰেনে? এটা জাতিৰ সংস্কৃতি ইয়াতেই বিকাশ হয়। তাৰ অভাৱত জাতিয় মনে ঠন ধৰিব নোৱাৰে। গুৱাহাটীত বিশ্ব-বিদ্যালয় স্থাপনৰ চেষ্টা অসম সাহিত্য সভাই সম্পূৰ্ণৰূপে সমৰ্থন নকৰি নোৱাৰে। অসমৰ বিশ্ববিদ্যালয়ৰ লগত অসম সাহিত্য সভাৰ ভবিষ্যৎ সম্বন্ধ অতি ওচৰ চপা বুলিব লাগিব। এই সম্বন্ধ তেল-পানীৰ নহয়—ঘিউ-মৌৰ"। ইয়াৰ উপৰি তেখেতে বিশ্ববিদ্যালয় আঁচনি সম্পৰ্কে দিয়া মতামতখিনি অতি তাৎপৰ্যপূৰ্ণ "তাত সকলো জাতিৰ, সকলো ধৰ্মৰ, সকলো ভাষাৰ, সকলো সাহিত্যৰ আন্তৰচনে কাণজুৰ কৰিব লাগিব। জাতীয় জীৱনৰ চিন্তাৰ, স্বাধীন চিন্তাৰ অবাধ সমাগম হ'ব নোৱাৰা কোনো ৰকম পোছাকী বিশ্ববিদ্যালয় যাতে পৰিকল্পনা নহয়, সেই বাবে আমি সতৰ্ক হ'ব লাগিব।"

ফুকনদেৱ ভাৰত-ছোভিয়েট সাংস্কৃতিক পৰিষদৰ অসম শাখাৰ সভাপতি। শংকৰদেৱ ইনষ্টিটিউট অব্ ৰিছাৰ্চ এণ্ড কালচাৰ, উত্তৰ গোলাঘাট শ্ৰীমন্ত শংকৰদেৱ সংঘ আদিৰ লগতো তেখেত ঘনিষ্ঠভাৱে জড়িত। তেখেতে এইবিলাক অনুষ্ঠানতো কিছু আৰ্থিক দান দিয়াৰ কথা আছে।

ফুকনদেৱে গুৱাহাটী কৃষ্টি বিকাশ সমিতিক তেখেতৰ গুৱাহাটীত থকা দহ কঠা মাটি দান স্বৰূপে দিছে। এই সমিতিৰ তেখেত এগৰাকী প্ৰধান পৃষ্ঠপোষক। বাকীখিনি মাটি বেচিব পাবিলে বড়ো সাহিত্যৰ গবেষণাৰ বাবে নগদ ২৫,০০০.০০ টকা দিয়াৰ কথা আছে। ফুকনদেৱৰ ভাৰতীয় ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছ (I. N. T. U. C.)ৰ অসম শাখাৰো সভাপতি। যি গৰাকী পুৰুষৰ জনসেৱাই জীৱনৰ একমাত্ৰ মিছন, সেইজন কৰ্মযোগী পুৰুষে সমাজৰ নিষ্পেষিত, অৱহেলিত, গান্ধীৰ অতি আপোন, শ্ৰমিক শ্ৰেণীৰ মুক্তিৰ হকে আজীৱন সংগ্ৰাম কৰি আহিছে।

আজীৱন শিক্ষা সংস্কৃতিৰ পূজাৰী ফুকনৰ আজন্ম বাসনা, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিশ্বভাৰতীৰ আদৰ্শেৰে অসমত এটি সাংস্কৃতিক অনুষ্ঠান গঢ়ি তোলা। সেয়ে নলবাৰীত 'পূৰ্বভাৰতী' প্ৰতিষ্ঠা হোৱাৰ কথা জানি, তেখেত আনন্দত আত্মহাৰা হৈ পৰে। তেখেতে 'পূৰ্বভাৰতী'ৰ 'বাল্য ভৱন'ৰ আধাৰশিলা স্থাপন কৰে। আধাৰশিলা স্থাপন অনুষ্ঠানত তেখেতে কয়—"বৰ আনন্দৰ কথা যে আমি আজি প্ৰস্তাৱিত সংস্কৃতিৰ বিশ্ববিদ্যালয় 'পূৰ্বভাৰতী'ৰ 'বাল্য-ভৱন'ৰ আধাৰশিলা স্থাপনৰ অৰ্থে সমবেত হৈছো।" ফুকনদেৱে 'পূৰ্বভাৰতী'ৰ পূৰ্ণ বিকাশৰ অৰ্থে সম্ভাৱনীয় সকলো দিশতে ৰাইজৰ সহায়-সহযোগৰ বাবে আহ্বান জনায়। তেখেতে ভাবে 'পূৰ্বভাৰতী'য়ে পূৰ্বাঞ্চলক বিশেষকৈ অসমৰ সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত এক বুজন পৰিমাণৰ অৰিহণা যোগাব পাৰিব। পৃথিৱীৰ আগশাৰীৰ ধৰ্মগুৰু সকলৰ অন্যতম, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ মহাদান, অসমৰ আপুৰুগীয়া কলা-সংস্কৃতি আদিৰ মূৰ্ত বিকাশৰ বাবে 'পূৰ্বভাৰতী' এক প্ৰেৰণাৰ থলি হৈ পৰিব। সেয়ে তেখেতে তেখেতৰ কষ্টোপাৰ্জিত ধনৰ এক বুজন অংশ 'পূৰ্বভাৰতী'লৈ আগবঢ়োৱাৰ কথাও ভাবি আছে। ফুকনদেৱৰ আশা 'পূৰ্বভাৰতী' অসমৰ 'বিশ্বভাৰতী' ৰূপে অসমৰ কলা-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত এক গুৰুত্বপূৰ্ণ ভূমিকা ল'ব আৰু ই প্ৰতিজন ব্যক্তিৰ কলাসুলভ মনৰ বিকাশ সাধনত সহায়ক হ'ব। উক্ত অনুষ্ঠানলৈ তেখেতে কিছু দান আগবঢ়াইছে।

অসমৰ সৰু-বৰ সকলো জাতীয় সমস্যাৰ লগত অতি ঘনিষ্ঠভাবে জড়িত ককাই যোৱা তেল শোধনাগাৰ স্থাপনৰ আন্দোলনতো সক্ৰিয় সহযোগ কৰিছিল।

---

# সুদীৰ্ঘ পথৰ যাত্ৰী

"অনন্ত কালৰ অন্তহীন যাত্ৰা পথৰ
পথিক হে দুৰ্লভ মানৱ! সীমাহীন
স্বৰ্গৰাজ্যৰ সতীৰ্থৰ সন্ধান—তৎপৰ
হৈ, গৈ আছা অবিৰাম অন্বেষণে
অনন্ত পৰমধাম, অতি অনুপাম।"

**পোন্ধৰ** শতিকাৰ শেষৰফালে যি গৰাকীয়ে অসমীয়া, ভাষা-সাহিত্য, সংস্কৃতিক পৰম সম্পদ দান কৰি অধোগামী অসমীয়া জাতিক অকাল মৃত্যুৰ পৰা ৰক্ষা কৰাই নহয়, প্ৰতিষ্ঠা কৰি থৈ গ'ল সেই গৰাকীয়েই অসমীয়া জাতিৰ ত্ৰাণকৰ্তা, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ। অসমীয়া জাতিৰ জনক শংকৰদেৱৰ দানৰ তুলনা নাই। তেওঁ দিয়া মহাদানৰ বলতেই অসমীয়া জাতিয়ে নিজৰ হেৰুৱা সত্তা ঘূৰাই পায়। তেওঁৰ মহাদান কীৰ্তন, দশম, বৰগীত, কবিতা, ভটিমা, খোলবাদ্য, নৃত্য-গীত, নাটক, ভক্তিতত্ত্বৰ ৰচনা, অনুবাদ ৰচনা আদি অমূল্য সৃষ্টিৰে অসমীয়া জাতিক প্ৰতিষ্ঠা কৰাৰ লগে লগে অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিৰ ভেটি সুদৃঢ় কৰি থৈ গ'ল। অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিলৈ তেৰাৰ দান লেখৰ-জোখৰ। ইয়াৰ উপৰিও অসমীয়াৰ আধ্যাত্মিক, সাংস্কৃতিক আৰু সামাজিক জীৱনলৈ মহাপুৰুষৰ যি অৱদান, সেইখিনি অসমীয়া জাতিয়ে চিৰদিন কৃতজ্ঞতাৰে সুঁৱৰিব লাগিব। অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ প্ৰবৰ্তক শ্ৰীমন্ত শংকৰদেৱে সেইসময়ৰ জাতীয় জীৱনৰ সংকটাপন্ন অৱস্থালৈ লক্ষ্য কৰি জাতীয় সংগতি ৰক্ষাৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। তেওঁৰ দ্বাৰা প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ বীজ অসমত অঙ্কুৰিত কৰিলে। যি সময়ত অসমীয়া জাতি এক অন্ধকাৰৰ মাজত বুৰ গৈ আছিল মহাপুৰুষৰ আৱিৰ্ভাৱে চৌদিশ উদ্ভাসিত কৰি তোলে। সেই পোহৰত অসমীয়া জাতিয়ে নিজক চিনি পোৱাৰ সুযোগ হয়। অত্যাচাৰ-অবিচাৰ দূৰ কৰিবৰ বাবে তেৰাই

নিজৰ সকলো শক্তি নিয়োগ কৰে। ফলত বৈষ্ণৱ ধৰ্মৰ বাণী মানুহৰ মাজত প্ৰচাৰ হ'ল আৰু মানুহে নিজৰ অন্ধতা বুজিবৰ সুবিধা পালে। বহু দেৱ-দেৱীৰ পৰিবৰ্তে সকলো দেৱতাৰ শ্ৰেষ্ঠ বিষ্ণুৰ উপাসনা কৰা 'এক দেৱ এক সেৱ, এক বিনে নাহি কেৱ' বুলি প্ৰতিয়মান কৰিলে। বলি-বাহনৰ পৰিবৰ্তে নিৰ্মল, পবিত্ৰ শ্ৰৱন-কীৰ্তনৰ ব্যৱস্থা কৰিলে। সেয়ে এই ধৰ্মৰ আন এটা নাম 'নামধৰ্ম' বুলি কোৱা হয়। এক দেৱতাৰ উপসনা কৰা বাবে একশৰণীয়া ভাগৱতী ধৰ্ম বুলিও কোৱা হয়।

জাতি-বৰ্ণ নিৰ্বিশেষে সকলো সম্প্ৰদায়ৰ মানুহকে আদৰিব পৰা এনে পবিত্ৰ, সাৰ্বজনীন নামধৰ্মই মানুহৰ আস্থা লাভ কৰিবলৈ সমৰ্থ হ'ল। মহাপুৰুষে নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ আৰু মুছলমানৰ চান্দখাইকো আদৰি ল'ব পাৰিছিল। এনে আদৰ্শ জগতত বিৰল। মহাপুৰুষৰ মহা-দান সমূহৰ কথা কৈ অন্ত কৰিব নোৱাৰি। তেওঁৰ সামাজিক আৰু সাংস্কৃতিক ব্যৱস্থাই অসমীয়া জাতিক একত্ৰিত হোৱাৰ সুযোগ দিলে। এবাৰ অসমীয়া জাতিয়ে পুনৰ একগোট হৈ জাতীয় চেতনা জাগৃত কৰাৰ সুযোগ পাই নিজকে এটা জাতি হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ল।

এই বিৰল প্ৰতিভাৰ গৰাকী শংকৰদেৱৰ প্ৰৱৰ্তিত যি সাৰ্বজনীন, সমাজমুখী ধৰ্ম, য'ত বিশ্বভাতৃত্বৰ প্ৰেমৰ নিদৰ্শন আছে, তেনে মহাপুৰুষীয়া ধৰ্ম বা বৈষ্ণৱ ধৰ্মৰ প্ৰতি আকৃষ্ট হ'বলৈ ফুকনৰ দৰে দূৰদৰ্শী লোকৰ পক্ষে সহজপৰ নালাগিল।

এই ক্ষেত্ৰত তেখেতে কোচবিহাৰত পঢ়ি থকাৰ সময়ত বিশ্ব-বিখ্যাত শিক্ষাবিদ চাৰ ব্ৰজেন্দ্ৰ নাথ শীলদেৱে অসমৰ দুগৰাকী মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু মাধৱদেৱৰ বিষয়ে দিয়া উপদেশে মহাপুৰুষৰ প্ৰতি ফুকনদেৱৰ ধাৰণা অধিক স্পষ্ট কৰি দিয়ে। কোচবিহাৰ কলেজৰ পৰা কলেজীয়া শিক্ষা শেষ কৰি অহাৰ সময়ত শীলদেৱে তেখেতক কৈছিল— "তোমাদেৰ শংকৰ, মাধৱ মহাপুৰুষ, তাদেৰ সমসাময়িক যত বৈষ্ণৱ ধৰ্মেৰ প্ৰৱৰ্তক ছিলেন, তাদেৰ ভেতৰে, তাৰাই অতি উচ্চ দৰেৰ ধৰ্ম প্ৰৱৰ্তক ছিলেন। শংকৰ, মাধৱদেৱেৰ ধৰ্ম বিষয়ক জ্ঞান লাভ কৰতে চেষ্টা কৰিও" আৰু কৈছিল "দেখ, বাগানেৰ মুহুৰী কাজ কৰলেও এৰা



দুই ধৰ্ম গুৰুকে কখনও ভুলবে না।" শিক্ষাগুৰুৰ এই আমোঘ বাণী শিৰোগত কৰি ফুকনদেৱে মহাপুৰুষীয়া 'একশৰণীয়া' ধৰ্মৰ প্ৰতি অধিক শ্ৰদ্ধাশীল হৈ পৰে। সেই সময়তে তেখেতে মহাপুৰুষৰ আৰ্হিৰে 'সাৰ্বজনীন' নামঘৰ এটা স্থাপনৰ প্ৰস্তাৱ কৰাত ৰাইজৰ মাজত বি-বি-বা-বা হ'বলৈ ধৰে। আনকি সেই সময়ৰ বিখ্যাত 'টাইমচ অৱ আসাম' কাকতে "কালিকা পুৰাণত লিখাই আছে, কলিত এনেকোৱা হ'ব, ফুকনে এতিয়া তাকেই আনিব খুজিছে।" বুলি সমালোচনা কৰাৰ কথা আগতে উল্লেখ কৰা হৈছে। তথাপি নিভীক, স্পষ্টবাদী, ফুকনদেৱে সেও মনা দূৰৰ কথা, বৰঞ্চ আত্মবিশ্বাসী ফুকনে দুগুণ উৎসাহেৰে তাৰ প্ৰতিবাদ কৰিছিল আৰু নিজৰ কৰ্তব্যত অবিচলভাৱে লাগি থাকে।

ফুকনদেৱক ধৰ্মান্ধ বুলি ক'ব নোৱাৰি। তেখেতে ধৰ্মৰ তাত্বিক দিশৰ পৰিবৰ্তে মহাপুৰুষৰ যি সমাজ নীতি আৰু সাংস্কৃতিক অৱদান তাৰ প্ৰতিহে বেছি আকৃষ্ট হয়। তেখেতে ইয়াৰ প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে চেষ্টা কৰি আহিছে। শ্ৰীমন্ত শংকৰদেৱৰ প্ৰৱৰ্তিত ধৰ্ম, সাহিত্য, সংস্কৃতি সমন্ধে তেখেতৰ মত অতি সুস্পষ্ট। এই বিষয়ত তেখেতে লেখা 'মহাপুৰুষীয়া ধৰ্ম' 'ভক্তিমাৰ্গ দৰ্শন', 'কীৰ্তনৰ লৰনু' আদি উল্লেখযোগ্য গ্ৰন্থ।

বাৰ্দ্ধক্যই যিমানেই হেঁচি ধৰিছে, সিমানেই ভক্তিতত্ব আৰু দৰ্শনমাৰ্গৰ গূঢ় ৰহস্য আদিয়ে তেখেতক জগত আৰু জীৱনৰ গভীৰ চিন্তাত নিমগ্ন কৰাইছে। তেখেতে জগত আৰু জীৱনৰ বিভিন্ন জটিল প্ৰশ্নৰ সামাধান বিচাৰি হাবাথুৰি খাই আনন্দ লভিছে। তেখেতে তেখেতৰ বাসভৱনৰ সোঁকাষে গুৰুজনাৰ আৰ্হিৰে এটি সাৰ্বজনীন নামঘৰ সজাইছে আৰু মহাপুৰুষীয়া ধৰ্মৰ সাৰ্বজনীনতা প্ৰতিপন্ন কৰাৰ মনস্থ কৰি আহিছে। শংকৰী কলা-কৃষ্টি চৰ্চা কৰাৰ বাবে তেখেতে যথাসাধ্য সাহায্য আগ-বঢ়াই আহিছে।

ফুকনদেৱ অসমৰ উচ্চ-শিক্ষাৰ কেন্দ্ৰ গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সদস্য আছিল। তেখেতক গুণীৰ গুণ বুজি গুৱাহাটী বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা ১৯৭৬ চনৰ পাঁচ এপ্ৰিলত ডক্টৰেট উপাধি প্ৰদান কৰি সন্মান যাচিছে। কামৰূপ সঞ্জীৱনী সভাই 'সাহিত্য ৰত্ন'

উপাধিৰে বিভূষিত কৰিছে । ইয়াৰ উপৰিও তেখেতক নানা ঠাইত সম্বৰ্দ্ধনা জনোৱা হৈছে । ৰাইজে অতি শ্ৰদ্ধাৰে 'ককা', 'বাগ্মীবৰ', 'কবি-শিৰোমণি', 'বাগ্মীকবি' আৰু 'ভীষ্মপিতামহ' আদি উপাধিৰে বিভূষিত কৰি আহিছে । যোৰহাটৰ 'ব্ৰহ্মপুত্ৰ ফ্লিমচ্'এ শ্ৰীৱাইচকুৰ্নী ৰবাৰ পৰিচালনাত ককাৰ কৰ্মময় জীৱনৰ বিষয়ে এখন তথ্য চিত্ৰ নিৰ্মাণ কৰে । অসমীয়া ভাষা-সাহিত্যিক, ৰাজনীতিবিদ আৰু বিশিষ্ট চিন্তানায়ক সকলৰ ভিতৰত জীৱন্ত কালতে নিজৰ কৰ্মময় জীৱনৰ বিষয়ে তথ্যচিত্ৰ নিৰ্মাণ হোৱা সৌভাগ্যৰ গৰাকী কেৱল ফুকন ককাহে হ'ব পাৰিছে ।

ককা ফুকনে জীৱনৰ সৰ্বস্ব উৎসৰ্গা কৰি দিগবাস নীলকণ্ঠ বা নীলমণি নামৰ প্ৰকৃত গৰাকী হ'ব পাৰিছে । তেখেতৰ যোৰহাটৰ বাসভৱনটো নেচনেল মিউজিয়াম কৰিবৰ বাবে ৰাইজে চৰকাৰক হেঁচা দি আহিছে । ইয়াৰ উপৰিও শিক্ষানুষ্ঠান আৰু সাংস্কৃতিক অনুষ্ঠান সমূহেও এই বিষয়ত চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছে । এই ক্ষেত্ৰত 'The Assam Observer' কাকতে আগৰণুৱা হৈ 'The Assam Tribune' আদি কাকতৰ সহযোগিতাও লাভ কৰিছে ।

বৰ্তমান তেখেতে বাসভৱনৰ সন্মুখত সাজি দিয়া সৰু সৰু দোকান ঘৰ কেইটাৰ পৰা পোৱা ভাড়াৰে চলি আছে । ককাৰ প্ৰতিমাহে তেখেতৰ খোৱা-পিন্ধা, দৰৱ আদিৰ বাবে প্ৰায় সাতশমান টকা খৰছ হয় । বৰ্তমান প্ৰায় একৰকম ৰোগশয্যাত পৰি থাকিও বিভিন্ন আঞ্চলিক, প্ৰাদেশিক, সৰ্বভাৰতীয় আৰু আন্তঃৰাষ্ট্ৰীয় অনেক সকৰৰ অনুষ্ঠানৰ লগত জড়িত । এতিয়া এই বয়সতো কৰ্মচঞ্চল হৈ আছে আৰু এক উদাত্ত কণ্ঠৰ গৰাকী হৈ থাকিব পাৰিছে । অৱশ্যে শ্ৰৱনেন্দ্ৰিয় প্ৰায় অচল হোৱাৰ বাবে অলপ ডাঙৰকৈ ক'লেহে শুনে । তেখেতে প্ৰায় ৫০ বছৰ ওপৰকাল মূত্ৰাশয় ৰোগত ভুগি আছে । আধুনিক অসমৰ সাহিত্য, সংস্কৃতি, ৰাজনীতি আৰু সমাজসেৱাৰ লগত জড়িত আন কোনো ব্যক্তিয়ে ককা ফুকনৰ দৰে এনে সুদীৰ্ঘ জীৱন লাভ কৰিব পৰা নাই । ফুকনদেৱৰ দৰে এগৰাকী সুযোগ্য সন্তানৰ অসমত জন্ম অসমবাসীৰ বাবে গৌৰৱৰ কথা; ঈশ্বৰৰ ইচ্ছা । ফুকনদেৱৰ কৰ্মদক্ষতা,



দেশপ্ৰেমৰ নিদৰ্শন আৰু ত্যাগৰ আদৰ্শ উত্তৰ পুৰুষৰ বাবে প্ৰেৰণাৰ খনি হ'ব । যদিও শৰীৰত বয়সৰ আচোৰ পৰিছে তথাপি ফুকনদেৱৰ মাতত, চিন্তাশক্তিত কোনো ধৰণৰ জড়তা বা অস্থিৰতা নাই ।

ৰাষ্ট্ৰীয় সাহিত্য অকাডেমিয়ে ফুকনদেৱক ৰাষ্ট্ৰীয় সাহিত্য অকাডেমিৰ 'সদস্য মহত্তম' ( Fellow ) ৰূপে বৰণ কৰে । ৰাষ্ট্ৰীয় অকাডেমিয়ে ককাক এই সন্মান দিয়াটো অসমবাসীৰ বাবে গৌৰৱৰ কথা । এই ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহৰু অধ্যাপক ডঃ মহেশ্বৰ নেওগদেৱৰ মন্তব্য উল্লেখযোগ্য—"সুখৰ বিষয় গুণীৰ গুণ বুজি 'ৰাষ্ট্ৰীয় সাহিত্য অকাডেমি'য়ে ককাক 'ফেলো' ৰূপে বৰণ কৰিছে । ই আমাৰ সৰ্বপ্ৰকাৰৰ গৌৰৱৰ বিষয় ।" ফুকনদেৱৰ নামত অসম সাহিত্য সভাই 'নীলমণি প্ৰকাশন' নামেৰে এটা প্ৰকাশন শাখা খুলিছে । ই অতি আনন্দৰ কথা ।

অসম চৰকাৰে তেখেতক সাহিত্যিক পেন্সন দিয়ে । তেখেতে প্ৰথমতে সেই পেন্সন লবলৈ অস্বীকাৰ কৰিছিল যদিও পাছত সেই পেন্সন গ্ৰহণ কৰি তাৰ জমা টকা জন-সেৱাৰ অৰ্থে 'মিতুৰ আশ্ৰম' আৰু 'গান্ধী আশ্ৰম'ত দান দিয়ে ।

চিৰকৌমাৰ্যব্ৰতী ফুকনদেৱে জীৱনীশক্তিৰ বলত সুদীৰ্ঘ জীৱনৰ গৰাকী হ'ব পাৰিছে । জীৱনশক্তিৰ বলতে তেখেত এই বয়সতো বৃদ্ধপ্ৰাণা-যুৱা হৈ আছে ।

ককা ফুকন আমাৰ তিনিপুৰুষৰ যোগসূত্ৰ । এই তিনিপুৰুষৰ ঘটনাবহুল অসমৰ জীৱন্ত সাক্ষী ককাই আমাৰ তিনিপুৰুষীয়া জাতীয় সম্বন্ধক একেডাল সূতাৰে গ্ৰথিত কৰি ৰাখিছে ।

গহীন অথচ সৰল, নিৰহংকাৰী, মৰমীয়াল, সদাহাস্যময়ী, স্পষ্ট আৰু নিৰ্ভীক, মধুৰ ব্যৱহাৰ আদি মহান ব্যক্তিত্বৰ গৰাকী ককাক, যি এবাৰ নিচেই ওচৰৰ পৰা লগ পোৱাৰ সৌভাগ্য হৈছে, তেখেতে ককাৰ মহান ব্যক্তিত্ব আৰু মধুৰ ব্যৱহাৰৰ কথা সহজেই পাহৰিব নোৱাৰে । অজানিতেই তেখেতৰ ব্যৱহাৰত নিজৰ মূৰ শ্ৰদ্ধাত দোঁ খাই যায় । এই মহান পুৰুষ গৰাকীৰ আদৰ্শ উত্তৰপুৰুষৰ বাবে কুবেৰৰ সম্পত্তি হ'ব তাত লেশ মানো সন্দেহ নাই ।

ককাৰ আদৰ্শ আমি জীয়াই ৰাখিব নোৱাৰিলে, তেখেতক

মৃত্যুৰ মুখলৈ ঠেলি দিয়াতো যিমান সঁচা ; তেখেতৰ আদৰ্শক আমি যদি কৰ্মত ৰূপায়িত কৰিবলৈ শিকো, তেতিয়া ককাৰ অনুপস্থিতিতো ককাৰ সহচৰ্য লাভ কৰাটোও সমানেই সঁচা । ককাৰ প্ৰাণ স্বৰূপ তৰুণ সকলে এই কথা মনত ৰাখি কৰ্মত আগবাঢ়িলেহে ককাক প্ৰকৃত সন্মান জনোৱা হ'ব ।

যিজনে প্ৰতিটো শিশুকে নিজৰ সন্তানৰ দৰে ভাবে; মৰম কৰে, যিজন চিৰকৌমাৰ্য্যব্ৰতীৰ সংসাৰৰ পৰিধি বাঢ়ি গৈ অসমৰ সকলোকে, পো-বোৱাৰী, নাতি-নাতিনীক নিজৰ পৰিয়াল ভুক্ত কৰি লব পাৰিছে, যি ব্যক্তিগত প্ৰেম-প্ৰীতিক বিশ্বপ্ৰেমত পৰিণত কৰি লব পাৰিছে, যিজনে ব্যক্তিগত আশা-আকাংখ্যাক সমূহীয়া স্বাৰ্থৰ মহান ক্ষেত্ৰলৈ ৰূপান্তৰিত কৰিব পাৰে, যিজনে নিজৰ চিন্তা-চৰ্চা সকলো মানৱ-কল্যাণৰ্থে সঁপি দিব পাৰে, যিজনে ইন্দ্ৰীয়গ্ৰাহ্য সুখ-ভোগক আধ্যাত্মিকতাৰ স্তৰলৈ উন্নীত কৰি এক অলৌকিক আনন্দ লাভ কৰিব পাৰিছে; সেইজন ত্যাগী বীৰ, কৰ্মযোগী নীলমণি ফুকনদেৱৰ এই মহান আদৰ্শ আমাৰ সকলোৰে বাবে অনুকৰণীয় ।

ককাৰ আশা তেখেতৰ হাতলৈ কিছু ধন আহিলেই; তেখেত থকা ঘৰটিকেই কেন্দ্ৰকৰি এটি অনুষ্ঠান গঢ়ি তুলিব । তাত অনেক ধৰণৰ শিক্ষণীয় বস্তু থাকিব, দেশৰ বাহিৰেও দূৰ-দূৰণিৰ পৰা মানুহ তালৈ আহিব । সেইবোৰৰ মাজতে ককা থাকিব । তেখেতৰ চাৰিওফালে বহুত মানুহ থাকিব, আৰু প্ৰত্যেকেই তেখেতৰ প্ৰতি নিজৰ নিজৰ দায়িত্ব পালন কৰি ককাৰ আধৰুৱা কামখিনি সম্পূৰ্ণ কৰিব ।

ককাৰ নামত আমাৰ জাতীয় জীৱনত স্থায়ী হৈ থাকি যাব পৰা কিবা অনুষ্ঠান-প্ৰতিষ্ঠান কৰিলে ; সেইখিনি উত্তৰ পুৰুষৰ বাবে হৈ ৰব আদৰ্শ আৰু প্ৰেৰণাৰ উৎস । জাতীয় অনুষ্ঠান স্বৰূপ এই মহান ব্যক্তি গৰাকীৰ প্ৰতি আমি কি কৰিব পাৰিছো নিজকে সুধিবৰ মন যায় । সময় থাকোতেই আমি তেখেতৰ প্ৰতি কৰ্তব্য-বিমুখ হলে পিছত নিজকে শান্তনা দিয়াৰ উপায় নাথাকিব । ককাৰ প্ৰতি আমাৰ দায়িত্বৰ কথা জানিও অৱহেলা কৰিলে নিজেই অকৃতজ্ঞ বুলি চিনাকী দিয়াৰ বাহিৰে গত্যন্তৰ নাই ।

ককাই নিজৰ জীৱনত 'কথাতকৈ আদৰ্শ শ্ৰেষ্ঠ' এই কথা কথাই, কামে প্ৰমাণ কৰি দেখুৱালে । তেখেতে নিজৰ যথা-সৰ্বস্ব জনহিতৰ



বাবে বিলাই দি হাঁহিমুখে থাকিব পাৰে । তেখেতক দেশৰ হাজৰ হাজাৰ নাতিয়ে অমৃত বৰষা মাতেৰে 'ককা' বুলি কৰ সম্বোধন পোৱাৰ তেখেতৰ সৌভাগ্য হৈছে । সেই গৰাকী মহানুভৱ ঋষিতুল্য মনীষীৰ জীৱনৰ অস্তাচলত মাৰ যাব খোজা কিৰণখিনিয়েও আমাৰ চৌদিশ সমানেই উদ্ভাসিত কৰিছে । ককাই জীৱনৰ বিয়লি বেলাতো ইমান উদ্দীপ্ত হৈ সকলোকে বিশ্বভ্ৰাতৃত্বৰ ভাবেৰে আকোৱালি ল'ব পাৰিছে এনে উদাহৰণ অতি বিৰল । যি গৰাকীয়ে ওবে জীৱন স্বজাতি, স্বদেশ আৰু স্বধৰ্মৰ বাবে নিজৰ জীৱন-যৌৱন, ঐশ্বৰ্য-বিভূতি সকলো তুচ্ছ জ্ঞান কৰি জনসেৱাৰ বাবে উৎসৰ্গা কৰিব পাৰে, সেই জন নীলকণ্ঠ বা নীলমণি নামৰ প্ৰকৃত অধিকাৰী । ককাই তেখেতৰ আদৰ্শৰে আমাক অনুপ্ৰাণিত কৰিবলৈ, বহুমূলীয়া উপদেশ দিবলৈ সুস্থ শৰীৰে হাঁহি হাঁহি ককা আমাৰ মাজত আৰু সুদীৰ্ঘ কাল জীয়াই থাকক ।

---

## পৰিশিষ্ট (ক) *

## ঃ দেশৰ বিভিন্ন সমস্যা সম্পৰ্কে ফুকনদেৱৰ মতামত ঃ

### ঃ শিক্ষক সম্বন্ধে ঃ

মই নিজে ১৯১১ চনৰ পৰা সুদীৰ্ঘ ১৫ বছৰ শিক্ষকতা কৰিছো। ইয়াৰ ভিতৰত নিজে যিটো অনুভৱ কৰিছো, সেই বিষয়ে দুআষাৰ-মান ক'ম। মই নিজে শিক্ষকতাৰ কাম আদৰ্শমূলক কৰি লৈছিলো। সেই আদৰ্শ আগত ৰাখি শিক্ষাত পাছ পৰা আমাৰ সমাজত শিক্ষা বিস্তাৰ কৰিবলৈ একান্ত মনে আগবাঢ়ো। মই ভাবো এই একাগ্ৰতাই শিক্ষকৰ ধৰ্ম। তাৰ পাছত এজন শিক্ষকৰ জ্ঞানৰ পৰিধি কিমান আহল-বহল বা গভীৰ তাতোকৈ লাগতিয়াল বস্তু হৈছে তেওঁৰ শিক্ষাৰ বিষয়ে কিমান ঐকান্তিকতা আৰু একাগ্ৰতা। এই দুটা বস্তুয়েই এজন শিক্ষকৰ প্ৰশিক্ষণৰ ক্ষেত্ৰত প্ৰয়োজন। মই শিক্ষক হৈ থাকোতে প্ৰশিক্ষণ স্কুললৈ (Training College) শিক্ষক পঠোৱা সম্বন্ধে বিভাগীয় মতামত বিচাৰোতে জনাইছিলো যে 'আচলতে শিক্ষকজন নিজেহে প্ৰশিক্ষণ কেন্দ্ৰ।' যিজন শিক্ষকে ছাত্ৰক অন্তৰৰ পৰা যিমান দূৰ পাৰে ভাল শিক্ষা দিম বুলি আত্মবিশ্বাসেৰে শ্ৰেণীত সোমাব পাৰে, সেই অনুভূতিৰেই শিক্ষা দি থাকোতে অতৰ্কিতে শিক্ষা পদ্ধতি, বিধি একৰকম তৈয়াৰ কৰি লয়।

ব্ৰকেযাৰ কথাত কবলৈ গ'লে—A teacher himself is a training school provided he accepts the profession in a missionary spirit. মই শিক্ষকক প্ৰশিক্ষণ দিয়া সম্বন্ধে এই মতামত দিছিলো। এজন শিক্ষকৰ চলন-ফুৰণ, কথা-বাৰ্তা, আত্মবিশ্বাস, সৰ্বোপৰি সকলো ছাত্ৰকে সমান চকুৰে চোৱা, অতি অকৰ্মণ্য ছাত্ৰকো কেনেকৈ ভাল কৰিব পাৰি এই চিন্তা কৰা শিক্ষককে এজন 'কৃতী শিক্ষক' (Successful teacher) বুলি ভাবো। শিক্ষকজনে ক্লাচত সোমোৱা মাত্ৰেই সেই শ্ৰেণীৰ ছাত্ৰবিলাকৰ মাজত এটা বিদ্যুৎ সঞ্চাৰ হৈছে এনেকুৱা



ভাৱ যদি অনুভৱ হয় সেইজন শিক্ষকে শিক্ষা পদ্ধতি ভালদৰে নাজানিলেও ছাত্ৰৰ অন্তৰত শিক্ষাৰ প্ৰতি প্ৰগাঢ় আগ্ৰহ জন্মাব পাৰে। শিক্ষক এজনে এজন ছাত্ৰক শিক্ষাৰ মাজেদি যিবিলাক গুণ আহৰণ কৰাবলৈ বিচাৰে, তেওঁ প্ৰকৃততে সেইবিলাক গুণৰ অধিকাৰী হ'ব লাগিব। শিক্ষকতা কামটো অতি পৱিত্ৰ কাম। ধৰ্মস্থানৰ পৱিত্ৰতাতকৈ ৰাণীমন্দিৰৰ ( Educational institution ) পবিত্ৰতা কম নহয়, বৰং 'নহি জ্ঞানেন সদৃশং পৱিত্ৰমিহ বিদ্যতে' বোলা কথাষাৰত গভীৰতত্ব সোমাই আছে, তেন্তে ৰাণীমন্দিৰ একৰকম ধৰ্ম মন্দিৰতকৈও ওখ ঠাইত প্ৰতিষ্ঠিত। গতিকে দীক্ষা গুৰু (Religious teacher) আৰু শিক্ষাগুৰু (teacher) সমান বুলি আমাৰ দেশত সমাজে (Society) মানি আহিছে; ই আত সত্য কথা। সেই কাৰণে শিক্ষকজনৰ বিদ্যাতকৈ চৰিত্ৰবল তাৰ মাজেদি প্ৰকাশ পোৱা ব্যক্তিত্ব (Personality) বোলা বস্তুটোৱে যথাৰ্থ আদৰ্শনীয় শিক্ষক কৰি তোলে। আৰু এটা কথা এজন শিক্ষকৰ গাত বিদ্যা কিমান আছে, তাতকৈ যিকণ বিদ্যা আছে, তাকে অতি হেপাহেৰে শিক্ষাৰ্থীক দান দিবলৈ যদি সদায় উৎসুক হৈ থাকে, তেতিয়াই সেই আন্তৰিকতাৰ সুক্ষ্মবিচাৰেৰেই সেই শিক্ষাৰ্থীসকলক সমান চকুৰে (Equally) চোৱা উচিত। তেওঁ সেই কথা সদায় মনত ৰখা উচিত যে তেওঁ শিক্ষা দিয়া শিক্ষাৰ্থীসকল ঘৰত এক পৰিবেশৰ মাজত একৰকম শিক্ষিত পৰিয়ালত ডাঙৰ হোৱা নহয়। আৰু যি সমাজত থাকে, সেই সমাজো সকলো ছাত্ৰৰ বাবে একে নহয়। ঘৰত, পৰিয়ালত সকলো বিলাক কথালৈ লক্ষ্য ৰাখি প্ৰত্যেক জন ছাত্ৰৰ শাৰীৰিক, মানসিক, নৈতিক গতি একে ৰকম বুলি সেই কথা মনত ৰাখি প্ৰত্যেকজন ছাত্ৰকো চকু দি শিক্ষা দিব লাগিব। কাজেই যিটো ল'ৰা বা ছোৱালী দুৰ্ভাগ্যক্ৰমে সুস্থ সমাজ, শিক্ষিত পৰিয়াল আৰু শান্ত পৰিবেশৰ মাজত বসবাস কৰিবলৈ নাপায়, সি স্বভাৱতে পঢ়-শুনাত অমনোযোগী (inattentive) হোৱাৰ কথা। আদৰ্শ শিক্ষকে তেনেবিলাক ছাত্ৰক প্ৰেৰণা দি উৎসাহিত কৰি শিক্ষাৰ বিষয়ত ৰাপ (taste) বহুৱাব পাৰিলেই তেওঁক ভাল শিক্ষক বুলি ক'ব পাৰি। আনহাতে ল'ৰাক যিবিলাক কাম নকৰিবলৈ উপদেশ দিয়ে যেনে—চুৰত-ধপাত নোখোৱা (Smoking) যথা সময়ত উপস্থিত নথকা

(impunctual) পঢ়িবলৈ এলাহ নকৰা (Negligence of study) মিছা কথা নোকোৱা (telling lies) কাকো সন্মান নকৰা (Disrespect) 'বিদ্যা দদাতি বিনয়ং' আৰু 'ছাত্ৰানাং অধ্যয়নং তপঃ' (Study is the motto of students) বুলি শিক্ষা দিয়ে সেই শিক্ষকজনে সেইবিলাক কথা নিজে কাৰ্যক্ষেত্ৰত (in practice) মানি চলিব লাগিব। গতিকে এজন শিক্ষক ছাত্ৰৰ সমানে উপৰোক্ত বিষয়বিলাকো নিজ আচৰণত সদায় সাৱধান হৈ চলা উচিত। তেনে এজন শিক্ষকে এটা অতি দুৰ্দান্ত ছাত্ৰকো সময়ত নিজৰ বশীভূতলৈ (control) আনিব পাৰে। তেনে-জন শিক্ষক অতি সুপণ্ডিত ন'হলেও ল'ৰাৰ মনত শিক্ষাৰ ধাউতি (Aptitude) জন্মাব পাৰিব। আৰু শিক্ষাৰ্থীয়ে তেনে ধাউতিয়ে সেইজন শিক্ষকে যি শিক্ষা দিয়ে, তাৰেই যথেষ্ট জ্ঞান আৰ্জিব পাৰে।

## ঃ অনা-অসমীয়া সম্পৰ্কে ঃ

আজি অসমৰ উন্নতিৰ কাৰণে যিসকলে সকলো ক্ষেত্ৰতে নেতৃত্ব কৰিছে তেওঁলোকৰ আদিপুৰুষ প্ৰায়েই অনা-অসমীয়া আছিল। ইয়াত বিয়া-বাৰু কৰাই যিদৰে অসমীয়া সমাজত জাহ গ'ল, হাড়ে-হিমজুৱে অসমীয়া ভাৱাপন্ন হৈ পৰিল এতিয়াও 'নান্য পন্থাঃ' তাৰ বাবে আদিতে অনা-অসমীয়া এতিয়া খাটি অসমীয়া বুলি পৰিচয় দিয়া সকলে বৰ্তমানৰ বহিৰাগত অনা-অসমীয়াকো সেইদৰে ৰক্ত সংমিশ্ৰণৰ স্বাভাৱিক মিল ক্ষেত্ৰলৈ আনি, তেওঁলোককো সেই ভাৱাপন্ন কৰি তোলা উচিত হ'ব। দেশৰ আইনেও চৰ্ত সাপেক্ষে তেওঁলোকক সমান নাগৰিকৰ শাৰীলৈ আনি 'থলুৱা অসমীয়া' শ্ৰেণীভূক্ত কৰি লোৱা সমীচীন হ'ব।

কেৱল ৰাজনৈতিক অধিকাৰে তেওঁলোকক অসমীয়া সমাজত সমান অধিকাৰ কেতিয়াও দিব নোৱাৰিব। তাত সংঘৰ্ষৰ স্থলহে বহলহৈ আহিবৰ সম্ভাৱনা। ঠিক এই কাম উভয়ৰে সাংস্কৃতিক আদান-প্ৰদান, অৰ্থহীন 'জাতৰ' পোকে খোৱা দাঁত উঘালি, মুখৰ দুৰ্গন্ধ দূৰ কৰি, একে আহাৰ পানী হজম কৰি উভয়ৰ 'জোৰা কলম' গছৰ আৰু সুস্বাদু ফল ভোগ কৰিবলৈ উভয়েই এতিয়া আগবাঢ়ি অহা উচিত। এই কামত উভয়ে উভয়ৰ চকুলৈ 'মৰম'ৰে চোৱা উচিত। উভয়ে উভয়ক কেৰাকৈ চালে নচলিব।



## ঃ অসমীয়া ভাষাৰে শিক্ষাদান আৰু "ৰিচাৰ্ছ" সম্পৰ্কে ঃ

বিচাৰ্ছ বা গৱেষণাৰ মাজত পোৱা সম্পদৰাশি আন্তৰ্জাতিক জ্ঞান ভাণ্ডাৰ চহকী কৰিব পৰা সম্পদো হ'ব পাৰে। গতিকে, তাক 'আন্তৰ্জাতিক জহৰীয়ে'ও পৰীক্ষা কৰিব পৰা হ'ব লাগিব। যদি সেয়ে হয় তাক এটা আন্তৰ্জাতিক ভাষাত প্ৰকাশ কৰিলে তাৰ প্ৰকৃত মূল্য নিৰ্দ্ধাৰণ হ'ব। কিন্তু অসমীয়া কিয় সকলো ভাষাৰে বিচাৰ্ছ বা গৱেষণা হোৱা উচিত। যোৰহাটৰ কৃষি বিদ্যালয়ে যোৰহাটত উৎপন্ন হোৱা ধান বিলাকৰ গৱেষণা নকৰি, বৰ্মা-থাইলেণ্ডৰ ধানৰ গৱেষণা কৰিবলৈ যোৱাটো অস্বাভাৱিক নিজৰ মাটিক হুস্তুজা কথাও হ'ব পাৰে।

## ঃ নিবনুৱা সমস্যা সম্পৰ্কে ঃ

আমাৰ একমাত্ৰ উপাই নিৰক্ষৰা ডেকাসকলক সকলো বিভাগত শাৰীৰিক পৰিশ্ৰমেৰে যিবিলাক ৰাজহুৱা কাম কৰা যায় আৰু যিবিলাকত বিশেষ কাৰীকৰী জ্ঞান (Technical knowledge) আৱশ্যক নকৰে যিবিলাক কাম সম্পূৰ্ণৰূপে শিক্ষিত বা অশিক্ষিত ডেকাবিলাকৰ শাৰীৰিক পৰিশ্ৰমেৰে সমাধান কৰিবলৈ সুসংগঠিত আঁচনি হাতত লৈ তেওঁবিলাকক খটুউৱা উচিত। এই শাৰীৰিক পৰিশ্ৰমৰ মৰ্যদা (Dignity of labour) হাড়ে-হিমজুৱে সুমুৱাই দিবলৈ সেই সেই বিভাগৰ উচ্চথাপৰ বিষয়া-সকলেও শাৰীৰিক পৰিশ্ৰমেৰে ডেকাসকলক উৎসাহিত কৰা উচিত। তেতিয়া সমাজত শ্ৰমৰ মৰ্যদা সমানে অনুভৱ কৰা বস্তু হ'ব। তাৰো-পৰি সৰু সৰু যান্ত্ৰিক কামৰ কাৰণে আমাৰ ডেকাসকলক এতিয়াৰ পৰা সুচিন্তিত পৰিকল্পনাৰে শিক্ষা দিয়া উচিত। আমাৰ দেশত পাঁচ-ছয় বছৰৰ ভিতৰত যিবিলাক অৰ্থনৈতিক আঁচনি বা শিল্প পৰিকল্পন (Industrial Project) লোৱা হৈছে, তাৰ কাৰণে আমাৰ নিৰক্ষৰা ডেকাসকলক ভালকৈ প্ৰশিক্ষণ দি সেইসকলক চাকৰি দিব লাগে। তাকে নকৰি অসমৰ বাহিৰৰ পৰা অন্য প্ৰদেশৰ মানুহ আনি অসমীয়া কাৰিকৰ (Technician) নাই বুলি শিল্প বিভাগত (Industry Department) চাকৰি দিয়া হয় আৰু চৰকাৰে চাকৰি এনেদৰে দিয়াতো বিৰাট অন্যায়েই

নহয়, ই মহাপাপ (great sin)। আজি অসম চৰকাৰ আৰু দেশৰ নেতৃত্বই এই কথা মন কৰা উচিত।

## : ককাৰ প্ৰাণস্বৰূপ তৰুণ সমাজৰ সম্পৰ্কে :

মোৰ আজন্ম সাধনা আৰু দেশসেৱাৰ প্ৰেৰণাৰ উৎস তৰুণসকলে এই তৰুণ শক্তি নেতৃত্বৰ দোষত, যিটো নিৰাশাৰ হা-হুমুনিয়াহ আৰু আধাপেটী অৱস্থাত যি কেইটা দুৰ্বল খোজ দিয়া মই দেখোঁ, তেতিয়া মই আন্তৰিকতাৰে অতি দুখ পাওঁ। এনে অৱস্থাত তেওঁলোকৰ বিপক্ষে যোৱা বা অশান্তিৰ সৃষ্টি কৰা মই বিশ্বাসেৰে ভাবোঁ, তেওঁবিলাকে নিজে কৰো বুলি কৰা কাম নহয়। এই বিমোৰ অৱস্থা হোৱা স্বাভাবিক কথা। এই অৱস্থাৰ পৰা উদ্ধাৰ পাবলৈ তেওঁলোকৰ স্বাধীনতা যুদ্ধত যিদৰে এজন মহামানৱে আদৰ্শৰূপে কাম কৰিছিল আৰু সেইযুগৰ তৰুণ শক্তিয়ে অতি শ্ৰদ্ধাৰে পালন কৰিছিল। ককা হৈ নাতিসকলক উপদেশ দিব খোজো যে আকৌ মহাত্মাক আগত ৰাখি, যেনেকৈ ছোভিয়েট ৰাচিয়াই এতিয়াও মহামতি লেনিনক আগত ৰাখি, তৰুণ শক্তিয়ে দেশ সংগঠন কৰি আছে আমাৰ ডেকাসকলক সেইদৰে দেশৰ নিজৰ ৰুচিমতে আৰু আমাৰ জাতীয় আদৰ্শক সুজাকৈ দৰিদ্ৰ দেশে বলে পৰাকৈ অথচ বৰ্তমান যুগত খাপ খোৱাকৈ শিক্ষাগুৰু সকলৰ সহায় লৈ, নিজৰ নেতৃত্বৰ তৈয়াৰ কৰিবৰ চেষ্টা কৰে, ইয়াকে কামনা কৰো। প্ৰয়োজন হ'লে জাতিৰ জনক (Father of the Nation) মহাত্মা গান্ধীৰ আদৰ্শমতে নিৰুপদ্ৰৱ অসহযোগ আন্দোলনৰ (Non-Violence movement) মাজেদি যদি তৰুণ শক্তিৰ আৰু দেশৰ ভবিষ্যৎ গঢ়ি তোলাৰ প্ৰয়োজন হয়, তাতো মোৰ আন্তৰিক সমৰ্থন থাকিব। কেৱল গোটেইবোৰ কাম শান্তিপূৰ্ণ (peacefully) ভাৱে কৰিব লাগিব।

## : ছাত্ৰ সম্পৰ্কে :

প্ৰথমতে প্ৰত্যেক ছাত্ৰৰ স্বাস্থ্যৰ বিষয়ে চকু দিয়া উচিত। প্ৰাক-যৌৱন কালত (Pre-puberty) তেওঁলোকৰ ভিতৰত যিটো যৌনস্পৃহা আছে, তাৰ সংযমৰ ওপৰতে যে স্বাস্থ্য নিৰ্ভৰ কৰে, সেইকথা তেওঁলোকক



শিক্ষণীয় বিষয় হিচাপে ভালদৰে বৈজ্ঞানিক প্ৰণালীৰে বুজাই দিয়া উচিত। এইদৰে শৰীৰ ধৰ্ম ৰক্ষা কৰিলে মানসিক মেধা আপোনা-আপুনি বাঢ়িব আৰু মেধাশক্তি বঢ়ালেই সকলো কথা সহজেই আয়ত্ত কৰিব পাৰিব। মনৰ চাঞ্চল্য দূৰ হ'ব, সেইটো হ'লে সহজে আত্মজ্ঞান লাভ কৰিব পাৰিব। চৰিত্ৰিক বল লাভ কৰিবলৈ হ'লে বিশ্বাসেৰে আধ্যাত্মিক জ্ঞান লাভ কৰিবলৈ অভ্যাস কৰা উচিত। ঈশ্বৰ বিশ্বাস নহ'লেও এই কথা মানিব লাগিব যে চিন্ময়ান নৈতিক নিয়ম (যিটো আচাৰ বোলে) প্ৰবৰ্তন কৰা নাযায় ,অথচ সমাজৰ ভিতৰত মানৱীয় সম্বন্ধ ৰাখিবলৈ অপৰিহাৰ্য প্ৰয়োজন তাত বিশ্বাস কৰি অভ্যাস কৰা উচিত অৰ্থাৎ নৈতিক নিয়ম (Moral law) বিশ্বাস কৰিব লাগিব।

## ঃ অসমীয়া চিনেমা, নাটক, সাহিত্য আৰু সংস্কৃতিৰ সম্পৰ্কে ঃ

এইটো একে উশাহতে উত্তৰ দিব পৰা বিষয় নহয়। সাহিত্য আৰু সুকুমাৰ কলা সদায় সকলো দেশতে উদ্দেশ্যধৰ্মী। পৃথিবীতেই মনোৰাজ্যৰ 'অপাৰ্থিৱ' সম্পদ-সম্ভোগৰ অনিৰ্বচনীয় আনন্দ বিহাৰ। গতিকে প্ৰথমতে স্বীকাৰ কৰিব লাগিব, ই ক্ষয়শীল 'দেহাৰ বেহা' নহয়। দ্বিতীয়তে 'মোৰ দেহা' বোলা 'মই'নো কোন যুগ-যুগান্তৰ ধৰি এই 'মই'ৰ আধ্যাত্মিক গৱেষণাগাৰৰ বস্তু হৈ আহিছে; এই আত্মপ্ৰত্যয় মনত জন্মিব লাগিব। 'গৱেষণা' সন্ধানৰ বস্তু। এই সন্ধানত সন্ধান নেপালেও তাৰ অস্তিত্ব স্বীকাৰ কৰা হৈছে। এই সূক্ষ্মবিচাৰ আৰু তাতোকৈ সূক্ষ্মতৰ অনুভূতিয়েই সাহিত্য সুকুমাৰ কলাৰ মানৱীয় সমান্তৰাল সৃষ্টি। ক্ষয়শীল জগতৰ এয়ে 'অক্ষয় ভাণ্ডাৰ'। জগন্নাথৰ প্ৰসাদ যিমানেই বিলোৱা নহওক তাৰ শেষ নাই। এনে এটি নিষ্ঠাৰ বস্তু হাটে-বজাৰে লৈ ফুৰা, বেচা-কিনা বিধৰ কেতিয়াও হ'ব নোৱাৰে। এইদৰে বিচাৰ কৰাৰ যদি যুক্তি আছে বৰ্তমানৰ চিনেমা জগতত (Film world) যি বিলাক 'বিবাহ আৰু বিচ্ছেদ' দৈনন্দিন ব্যাপাৰ হৈ উঠিছে, তাত আচৰিত হ'বলগীয়া একো নাই। দৰ্শকৰ ৰুচি বিকাৰে সামাজিক অজীৰ্ণতা ৰোগ সৃষ্টি কৰিছে।

বৰ্তমান সময়ত বিজ্ঞানে সুকুমাৰ কলাকো হাতৰ মুঠিলৈ আনিছে। (Art has been scienced) গতিকে চিনেমাৰ দৃশ্যবিলাকত মানৱীয় পৰশ (human touch) থাকিব নোৱাৰে। আদিম মানুহৰ সুকুমাৰ-কলাৰ অনুভূতিত (Art sence) নৃত্য-গীত-বাদ্যত অঙ্গ-প্ৰত্যঙ্গৰ উত্তেজনাই মুখ্য স্থান লৈছিল যদিও তাতো সুক্ষ্ম অনুভূতি বিলাকৰ ইঙ্গিতকহে দেখিবলৈ পোৱা যায়। ক্ৰমে সেয়ে জনতাৰ যাত্ৰা-ভাৱনাত পৰিণত হয়। তাকো ক্ৰমোন্নতি হৈ ৰঙ্গমঞ্চৰ পটভূমিত নাটকীয় প্ৰকাশ ভঙ্গীৰে বাস্তৱ ৰূপ পৰিগ্ৰহণ কৰে। নাট্য সম্ৰাট গিৰীশ ঘোষৰ ৰঙ্গমঞ্চত যেতিয়া স্ত্ৰী-পুৰুষে ভাৱৰীয়াৰ ভাও লৈ ওলায়, যেতিয়া বাৰাঙ্গণা সকলেও সীতা-সাবিত্ৰীৰ ভাও লয়, তেতিয়া প্ৰকৃত সীতা-সাবিত্ৰীয়েই যেন ওলাইছে মনত সেইভাৱেই থিত দিয়ে। এই ৰঙ্গমঞ্চই ঠাকুৰ পৰিয়ালত আৰু উচ্চ-স্থান অধিকাৰ কৰে। তেতিয়া ৰঙ্গমঞ্চ সম্ৰান্ত পৰিয়াল বিলাকৰ উচ্চ-স্তৰৰ সামাজিক আমোদ-প্ৰমোদৰ স্থল হৈ পৰে। যি একোটা উৎসৱ বা আয়োজনত ৰবীন্দ্ৰনাথে নিজে এটা গান গাব বা ভাও ল'ব তাত অতি ওখ থাপৰ দৰ্শকেও চাবলৈ সুবিধা পোৱা টান হৈ পৰে। ৰবীন্দ্ৰনাথ তেতিয়া বাল্মীকিৰ ভাও লোৱা লোক হৈ নাথাকে। স্বয়ং বাল্মীকিয়ে নিজে নিজৰ ৰূপ লৈ কথা কয়। যন্ত্ৰৰ মন্ত্ৰত মুগ্ধ হোৱা যুগত ৰঙ্গমঞ্চ আজি উদং হৈ পৰিছে। চিনেমাৰ 'চুম্বনে' 'চিনেমা হললৈ' দৰ্শকৰ সোঁত বোৱাই দিয়ে। নৰ্তকীসকলৰ শৰীৰৰ আভৰণ উকৰাই নিয়া উলঙ্গ নৃত্য দৰ্শকে সগত লৈ আছে, টোপনিতো সেই নৃত্য উপভোগ কৰে। মুঠতে বৰ্তমানৰ 'চিনেমা হল' ৰুচি বিকাৰৰ স্থল হৈ উঠিছে। ফিল্ম জগততো এতিয়া এক নৈতিক বিপ্লৱ অনাৰ সময় উপস্থিত বুলি ভাবোঁ।

এতিয়া অসমীয়া, বঙালী, হিন্দী 'ফিল্ম'ৰ সুকীয়া প্ৰশ্ন আৰু সমস্যাৰ কথা নাই। সকলো বিধ 'ফিল্ম'তে কলাৰ উদ্দেশ্য (Art motive) লোপ পাই আহিছে। 'তাৰকা' সকল খহি পৰিবলৈ ধৰিছে। এওঁলোকৰ হাতত সুকুমাৰ কলা ধনৰ খেলা হৈ পৰিছে। গতিকে 'চিনেমা' বৰ্তমান সময়ত সমাজৰ 'এনিমিয়া' ৰোগ বুলিব পাৰি। 'মদন মঞ্জৰী'য়েও এই ৰোগৰ উপশম কৰাব নোৱাৰে। ইয়াক আকৌ আমাৰ দেশৰ হাৱা-পানীক সুজাকৈ ভাৰতীয় কলা-সংস্কৃতি, নৈতিক পৰিবেশৰ অনুকূলে যোৱাকৈ আমাৰ সমাজৰ নাড়ী পৰীক্ষা কৰি, অনুপান ভেদে চৰক



সুশ্ৰুতৰ দিনৰ পৰা চলি অহা মকৰধ্বজৰ একো পালিয়েহে সুজিব।

এই কথা ঠিক, এখন নাটক বা ফিল্মৰ সাফল্য ৰচনা কৰোঁতা সকলৰ কলা-কৌশল স্বাভাৱিক পটভূমি, অভিনয় কৰোঁতা অভিনয়কাৰী সকলৰ প্ৰসাধন কৌশল আৰু ৰসগ্ৰাহী দৰ্শক শ্ৰেণী—এই সকলোবিলাক সহযোগী মনোভাৱৰ ওপৰত নিৰ্ভৰ কৰে। যিটো বস্তু মানুহৰ সুক্ষ্ম অনুভূতি বা আত্ম প্ৰকাশৰ মাধ্যম, সি যন্ত্ৰ নিয়ন্ত্ৰিত হ'ব নোৱাৰে, যন্ত্ৰ মাত্ৰ সহায়ক হ'ব পাৰে। হৃদয়তন্ত্ৰীত সুৰ বাজি উঠিলেহে, বীণাত সেয়ে ঝংকাৰিত হৈ উঠে। ঐক্যতান বাদন যন্ত্ৰপাতি বিলাকত নাই, কলাবিদ সকলৰ কাণত, প্ৰাণত, সুৰ-সঞ্চাৰত আছে। গতিকে কলাবিদ সকলৰ অঙ্গ-প্ৰত্যঙ্গ পৰ্যন্ত কলাময় হৈ উঠা দৰকাৰ। কলাগুৰু সকল যথাৰ্থতে ধৰ্মগুৰুৰ দৰে বাহিৰে ভিতৰে সংযমী-শুদ্ধাচাৰী আধ্যাত্মিক ভাৱত ছয় ৰাগ ছয়ত্ৰিশ ৰাগিনীৰ প্ৰসৱিনী বাগ্দেৱী-বীণাপাণিৰ একনিষ্ঠ সাত্বিক সেৱক হ'ব লাগিব। অসমত মহাপুৰুষ শঙ্কৰদেৱে সেইবাবেই গীত-মাত, নাট, বাদ্য যন্ত্ৰ ধৰ্মৰ আনুষঙ্গিক পবিত্ৰ বস্তু কৰি তুলি থৈ গ'ল। সত্ৰাদি ধৰ্মানুষ্ঠানবিলাকত ভাৱনা আদি মহোৎসৱ বিলাকত এই কথা অনুভৱ কৰিব পাৰি। ধৰ্মনীতি সদাচাৰৰ পৰিবেশতহে 'নাট-মেলে'—হাটে-বজাৰে নহয়। আমি নিজে বুজাৰ দৰে ক'বলৈ হ'লে বৰ্তমান সময়ত 'ফিল্ম' জগতত এই আদৰ্শ আগত ৰাখি চলা কলা-কুশলী, প্ৰযোজক আৰু নিৰ্দেশক বিৰল বুলি ক'ব লাগিব। এজন সুদক্ষ ফটোগ্ৰাফাৰে ফটো ল'বলৈ নিজে ইফাল-সিফাল কৰিব নোৱাৰা কেমেৰা বা ফটো যন্ত্ৰটো ৰহুওৱাত কিমান মনযোগ দিব লাগে, সেই কথা ভাৱি চালেই ফিল্ম প্ৰযোজক বা নিৰ্দেশকসকল কিমানদূৰ নিৰুদ্বেগ চিত্ৰৰ লোক হ'ব লাগিব, নিজক কিমান দূৰ সংযম চিত্ত কৰি এক শান্ত স্নিগ্ধ পৰিবেশ সৃষ্টি কৰি নিজ কল্পনাৰ চিত্ৰ সঞ্জীৱিত কৰি তুলিব লাগিব তাৰ বাবে একাগ্ৰতা সাধনাৰ দৰকাৰ। এই চিত্ৰৰ লগত নিজৰ ব্যক্তিগত জীৱন লীন কৰি দিব লাগিব। এইবিলাক কাম কিমান দুৰূহ তাক সহজেই অনুমান কৰিব পাৰি। বৰ্তমান ব্যৱসায় বুদ্ধিত ঘাইকৈ পৰিচালিত, সামাজিক কুৰুচিৰ পৰিপোষক, আনহাতে তাৰ স্ৰষ্টাও ফিল্ম জগতত আদৰ্শমুখী প্ৰযোজক বা নিৰ্দেশক হ'ব পাৰেনে নোৱাৰে অলপ চিন্তা কৰি চালেই হ'ব।

অসমত চিনেমাৰ মাত্ৰ জন্ম হৈছে। গতিকে গুৰি ধৰোঁতাসকলে উল্লেখ কৰা সমাজৰ দৃষ্টিত সমাজত খাপখোৱা শিক্ষাপ্ৰদ অসমীয়া ঠাচত ধৰ্ম অৰ্থাৎ নৈতিক পৰিবেশত প্ৰযোজক আৰু নিৰ্দেশকসকলে ব্যক্তিগত জীৱনত সম্পূৰ্ণ কলা গুৰুৰ পবিত্ৰ আসন গ্ৰহণ কৰি আত্মস্থ হৈ পৰিকল্পনা কৰিলেহে আত্ম-অনুভূতিৰ বস্তু এই চলন্ত চিত্ৰ-কলাক প্ৰকৃত প্ৰাণৱন্ত কৰি তুলিব পাৰিব। মাতৃদেৱীৰ নগ্ন আদৰ্শত 'বেকেলে' যিদৰে 'মেডেনা' মূৰ্তি কাটিছিল, কলাবিদ সকলৰ এই অন্তৰ্দৃষ্টিভঙ্গী হ'ব লাগিব। নিজৰ অস্তিত্বকো পাহৰি নিজ কল্পনা-প্ৰসূত অনুভূতিবিলাকক বাস্তৱ জগতলৈ ৰূপায়িত কৰি তুলিব লাগিব। ই সহজ সাধ্য কাম নহয়। আজন্ম সাধনাৰ বস্তু। এই বিষয়ে 'সোণৰ চৰ'ত হাত দি অহা আপোন পাহৰা কলাময় প্ৰাণ প্ৰাতঃস্মৰণীয় প্ৰমথেশ বৰুৱাৰ নাম উল্লেখযোগ্য।

এই বিষয়ে আৰু বহলাই আলোচনা নকৰি আৰু তাৰ অধিকাৰো আমাৰ গাত নাই—ক'ব খোজো বৰ্তমান সময়ত আমাৰ সমাজত যিবিলাক ফিল্ম দেখুওৱা হৈছে প্ৰায়বিলাকেই ভাৰতীয় আদৰ্শ আৰু সমাজ ব্যৱস্থাৰ পৰিপন্থী। ডেকা-গাভৰুৰ মাজত যে আজি-কালি অনেক ক্ষেত্ৰত উশৃঙ্খলতা, নীতি-বিগৰ্হিত আচৰণ দিনে দিনে বৃদ্ধি পাইছে বুলি সকলোৰে মুখতে এটা অভিযোগ শুনিবলৈ পোৱা যায়, চিনেমাৰ ছবিয়ে এইদৰে বাস্তৱ ৰূপ ল'বলৈ সক্ষম হৈছে। হিন্দী ফিল্মবিলাক যে বিশেষভাৱে ব্যৱসায় বুদ্ধিত কুৰুচিৰ পৰিপোষক এই কথা ন'কলেও হ'ব। কিন্তু সকলো ভাষাতে একে কথাই। অসমীয়া ফিল্ম এতিয়াও চালুকীয়া অৱস্থাতে। কুৰুচি-সুৰুচি কোনোটো বিষয়তে সাবালক হৈ উঠা নাই। গতিকে অসমীয়া ফিল্ম প্ৰস্তুত কৰাত যি এটা জাগৰণ হৈছে তাৰ বাবে আৰ্টিষ্টৰ অভাৱ নাই বুলি ভাবোঁ। সেই জাগৰণ যাতে দুপতীয়াতে কুৰুচিৰ কেৰোণ ধৰিবলৈ নিদি ভাৰতীয় তথা অসমীয়া সমাজক সুজাকৈ শিক্ষাপ্ৰদ (Educative) আৰু আমাৰ সমাজৰ আদৰ্শ আৰু নীতি আগত ৰাখি প্ৰস্তুত কৰে আৰু জাতীয় গৱৰ্ণমেণ্টে এই বিষয়ে আশ্বস্ত হৈহে অনুদান দিয়ে আৰু পৃষ্ঠপোষকতা কৰে, ইমানেই বাঞ্ছনীয় বুলি ভাবোঁ।

যিটো বস্তু পাশ্চাত্য দেশৰ পৰা আমদানি হৈছে সেইবিলাক



দেশতেই ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীৰ বাবেও সুকীয়া সুকীয়া ফিল্ম ব্যৱস্থা আছে। তাত আফ্ৰিকাৰ বাঘ, ভালুক, সিংহ, হাতী আদি ভয়াবহ জন্তু সংক্ৰান্ত ফিল্মবিলাকত সৰু সৰু লৰা-ছোৱালী যাবলৈ দিয়া নহয়। জানোচা বুকুত ভয় সোমাই যায়। আমাৰ ইয়াত তেনেবিলাক ফিল্ম দেখি সৰু সৰু ল'ৰা-ছোৱালীয়ে ভয়ত কান্দিবলৈ ধৰিলে, দৰ্শকৰ দাবীত মাকৰ বুকুত চকু মুদি সোমোৱা ব্যৱস্থা। আমাৰ দেশত মাকেও ল'ৰাক সমাজত চুমা নাখায়। কিন্তু চিনেমাত ডেকা-গাভৰুৱেও চুমাত নাকতি চিঙে, তাক দেখি আমাৰ ডেকা-গাভৰুৱেও তাক সভ্যতাৰ অঙ্গ বুলি ভৱা হৈছে। আমাৰ চৰকাৰী বিভাগে না-মঞ্জুৰ (censor) কৰিবলগীয়া ফিল্মকে নাপায়। এনেবিলাক ফিল্মে তেওঁলোকৰ চকুতো মোহিনী বাণ মাৰে। না-মঞ্জুৰ নকৰাৰ অন্য যিবিলাক কাৰণ থাকে তাৰ উল্লেখ নকৰিলেও হ'ব।

## ঃ অসবৰ্ণ বিবাহ সম্পৰ্কে ঃ

সভ্যতাৰ জন্মভূমি ভাৰতবৰ্ষ 'আদি জগত জন পূজ্য' ভাৰত জননী যে যুগে যুগে পৰপদ-দলিতা হৈ আহিছে, জাতিভেদ, বৰ্ণভেদ, জাতৰ অত্যাচাৰ এই তিনি ঘাই কাৰণতেই জাতিটো দুৰ্বল হ'ল, পশ্চিমৰ ছাঁটোও অস্পৃশ্য হ'ল। একেটা লো যেন বাঁহকেই ছিৰিলি ছিৰিলি কৰি লেহুকা কৰাৰ দৰেই, জাতবো নানা ভাগহৈ চুকে চুকে 'বাৰ জাত তেৰ চৰু হ'ল।' এয়ে এই জনতাৰ যুগত ভাৰত স্বাধীন হোৱাৰ পাছতো ভাৰতৰ বিশাল বক্ষতো, টোপনিত খেতৰে বুকুত হেঁচা মাৰি কৰুৰকোৱাইছে। সাৰ-পাই দেখা যায়, সি একো খেতৰ নহয়, নিজৰ হাতখনেই বুকুত পৰি, তেনে কৰুৰকনি লগাইছিল। এতিয়া এই 'জাত' খেতৰে ভাৰতৰ বিশাল জাতিটোকো দুৰ্বল কৰি তুলিছে। এই মানসিক দুৰ্বলতা, নৈতিক অবিচাৰ, আত্মঘাতী ব্যৱস্থা দূৰ কৰিব লাগিব। এই বৈজ্ঞানিক যুগত, যি সময়ত 'Blood Bank'ৰ ব্যৱস্থা হৈছে, যি সময়ত বৈজ্ঞানিক প্ৰণালীৰে সক্ষম নোহোৱাকৈ প্ৰজনন পৰ্যন্ত সম্ভৱপৰ হৈছে, মানুহৰ Organ পৰ্যন্ত সলাব পৰা বস্তু হ'বলৈ ধৰিছে, এই সময়ত অসৱৰ্ণ বিবাহ হ'ব পাৰেনে নোৱাৰে এই প্ৰশ্ন অযুক্তিকৰ। কাৰ্যস্থলত আমি দেখি আহিছো ভাৰতৰ

কোনো জাতিয়েই 'বৰ্ণশঙ্কৰ' নোহোৱাকৈ থাকিব পৰা নাই আৰু ভাৰতৰ সমাজ ব্যৱস্থায়ো অতীজতে কৈ আহিছে বীৰ্য্যবান লোকৰ অসবৰ্ণ বিবাহ কোনো দোষৰ কথা নহয়। ঋষি মুনি সকলেই তাৰ প্ৰমাণ। মৎস্য গন্ধাৰ গৰ্ভত পৰাশৰ মুনিৰ ঔৰসত ব্যাসদেৱৰ জন্ম। এইদৰে অনেক উদাহৰণ আছে। এক পুৰুষত বৰ্ণশঙ্কৰ, কেই পুৰুষ মানৰ পাছত উচ্চবৰ্ণ হিন্দু, ভাৰতৰ সকলো জাতিৰ মাজতে আছে। গতিকে 'অবিমিশ্ৰিত ৰক্ত' বোলা কথাষাৰ কোনো জাততে নেখাটে। আমি নিজে জনা কথা। বনিয়া সম্প্ৰদায়ৰ শিক্ষিত অবিবাহিত ডেকা বিষয়া এজনলৈ আমাৰ নিজা সম্বন্ধীয়া এজনে ছোৱালী এগৰাকী বিয়া দিবলৈ ৰবকৈ মন মেলিছিল। কিন্তু যেতিয়াই জানিলে, তেওঁ বনিয়া সম্প্ৰদায়ৰ ডেকা, তেতিয়াই উচাপ খাই ক'লে 'কি কাম কৰিবলৈ ওলাইছিলো। ভাগ্যে হৈ নুঠিল।' গতিকে জাত-কুল নজনা হ'লে 'ভাগ্যৰ বলতহে এনেজন জোৱাই পালো' বুলি জহালেহেঁতেন। গতিকে পুৰুষে পুৰুষে মানি অহা 'জাত' এটা মানসিক ব্যাধি মাথোন।

এই জনতাৰ যুগত মানুহৰ সৰ্বপ্ৰকাৰ 'মুক্তিৰ যুগত' এতিয়া দুটা মাত্ৰ জাত থকা উচিত—শিক্ষিত আৰু অশিক্ষিত। শিক্ষাৰ মাধ্যমেৰে থকা-মেলা, খোৱা-লোৱা, আচাৰ-ব্যৱহাৰৰ সমপৰ্যায়লৈ উঠা তথা-কথিত সকলো জাতি, সকলো সম্প্ৰদায়, সকলো বৰ্ণৰ মাজত বৈবাহিক সম্বন্ধ নঘটিলে, ভাৰত এক জাতি, এক প্ৰাণ হৈ বৰ্তমান যুগত পৃথিৱীৰ ভিতৰত লেখত ল'বলগীয়া জাতি হৈ উঠা টান। আগধৰি 'জাত'ক জাত্যান্তৰ কৰি ললেই এই কাম স্বভাৱতেই সহজ হৈ আহিব। তেতিয়া 'অসবৰ্ণ বিবাহ' কথাষাৰেই অৰ্থহীন হৈ পৰিব। হিন্দু সমাজত অনুলোম-প্ৰতিলোম বিবাহৰ ব্যৱস্থা নোহোৱাও নহয়।

## ঃ সাহিত্য আৰু সাহিত্যিক সম্পৰ্কে ঃ

সাহিত্য আৰু সংস্কৃতিত 'সীমান্ত' বিশেষণ প্ৰযোজ্য নহয়। দুয়োটা বস্তু মানুহৰ মনোৰাজ্যৰ। মনোৰাজ্যৰ ভৌগোলিক সীমা নাই। মনে, দূৰবীনেও নেদেখা গ্ৰহ-নক্ষত্ৰ পাৰ হৈ, অসীম অনন্ত আকাশকো তাৰ দিগন্তৰ সন্ধান দিয়ে, হিমালয় মনে পাৰ হোৱা দেওনাখন। গতিকে মনোৰাজ্যৰ



সম্পদ সাহিত্য সংস্কৃতিৰ দৰে বিশ্বমানৱৰ উমৈহতীয়া সম্পত্তি। গতিকে পৈতৃক সম্পত্তিৰ দৰে বিশ্বমানৱৰেই ইয়াত সমান অধিকাৰ আছে। আমাৰ অন্তৰৰ অনুভূতি এয়ে, আজি বিশ্বৱিশ্ৰুত, জগত বৰেণ্য সাহিত্যিক আৰু সাংস্কৃতিকসকলৰ চিন্তা ধাৰা ফল্গু নৈৰ দৰে মানৱ সমাজত ফটিকৰ ধাৰে নিৰ্মল হৈ তলে তলে মানৱত্মাত বৈ নথকা হ'লে আজিৰ যান্ত্ৰিক জগতে, পশুৱেও উন্মত্ত অৱস্থাতো নকৰা নিৰ্মম নিষ্ঠুৰ আচৰণ কৰি ধৰিত্ৰীক মূৰ্চ্ছা নিয়ালেহেঁতেন। একোটা জাতিৰ ধৰ্ম বিশ্বাসতকৈও সাহিত্য সংস্কৃতিৰ গভীৰতা বেছি। ইয়াৰ মাধ্যমেৰেহে মানুহৰ ধৰ্মোচ্ছাস প্ৰকাশ পায় যাৰ মাধ্যমেৰে মানুহ জন্তুৰ শাৰীৰ পৰা আঁতৰি আহি দেৱতাৰ শাৰীত বহিব পৰা হৈছে। পৃথিৱীতেই স্বৰ্গ-সুখ লভিছে, বৈকুণ্ঠ বিহাৰ কৰিছে। সাহিত্য আৰু সংস্কৃতি শিক্ষক ছাত্ৰৰ তপস্যা, আৰাধণাৰ অপাৰ্থিৱ বস্তু নহৈ নোৱাৰে। জ্ঞানৰ সমান পবিত্ৰ যদি আন একো হ'ব নোৱাৰে, সেই জ্ঞানপ্ৰসূত সাহিত্য আৰু সংস্কৃতিৰ উপাসনাই ঈশ্বৰোপাসনা, জীৱনাৱলম্বন পৰমানন্দ পদ লাভ।

এই বিষয়ে লেখকসকলৰ দায়িত্ব যথেষ্ট। তেওঁলোক একোটা জাতিৰ জ্ঞানভাণ্ডাৰৰ অধিকাৰী, বিশ্বজনীন ভাৱৰাশিৰ আদান-প্ৰদানৰ মাধ্যমেৰে মানৱ জাতিৰ ঐক্য-সংহতি ৰক্ষা কৰেঁতা। লিখকসকলে বিশ্ববিশ্ৰুত সাহিত্যিকসকলৰ ভাবধাৰাৰ মৌ-কোঁহ সৃষ্টি কৰি নিজ সাহিত্য সংস্কৃতি আৰু মধুময় কৰি তোলা উচিত। এই সাহিত্যিকে আন্তৰ্জাতিক দুই-এক ভাষা জনা উচিত। তেতিয়া তেওঁ নিজ সাহিত্য পৰিপুষ্ট কৰিবলৈ বিশ্ববিশ্ৰুত মনিষীসকলৰ জ্ঞানভাণ্ডাৰৰ পৰা বাছকবনীয়া সাহিত্য ৰস আনি নিজ ভাষাত, ৰুচিত সাহিত্য আৰু ৰসাল কৰি তুলিব পাৰিব। আন্তৰ্জাতিক কৃষ্টি-কলা-সংস্কৃতিৰ আদান-প্ৰদানে যিটো আন্তৰ্জাতিক ঐক্য-সংহতি স্থাপন কৰিবলৈ সমৰ্থ হ'ব, ৰাজনৈতিক ঐক্য-সংহতিয়ে তাৰ দহ ভাগৰ এভাগ মানুহে পাৰিব। কলমৰ চোক তৰোৱালতকৈ বেছি সঁচা; কিন্তু তাৰ ব্যৱহাৰ হ'ব লাগিব ক্ষুৰৰ দৰে। ক্ষুৰৰ ধাৰৰ কাম গালৰ দাড়ি খোপা ক্ষুৰাই মুখখন গঢ়িত কৰি তোলা; টেটুত বেপ দিয়া কাম ক্ষুৰৰ নহয়। দুৰ্বলমনে বা অসৎজনে ক্ষুৰেৰে তেনে বেয়া কাম কৰিব পাৰে, সেইবাবে ক্ষুৰৰ তীক্ষ্ণধাৰ ৰটালিৰ মুখৰ হ'ব নোৱাৰে। তেনে ক্ষুৰে দাড়িৰ লগতে গাৰ ছালো নিব, তেজো

উলিয়াব। সাহিত্যতো এই কথা খাটে। মৌৱে মৌকণ কঢ়িয়াওঁতে ফুলনি, গেবেকনি একো নেবাছে। কিন্তু মৌচাক ছেপিলে বিশুদ্ধ মৌহে ওলায়। দেৱতাকো তাৰে মধুপৰ্ক দিয়া হয়। সাগৰ মন্থন কৰোতে অমৃত আৰু গৰল দুয়োবিধ বস্তু ওলাল। কিন্তু অমৃতখিনি পান কৰি দেৱতাসকল অমৰ হ'ল আৰু গৰল ভক্ষণ কৰি অসুৰসকল আসুৰিক প্ৰকৃতিৰেই হৈ থাকিল।

## সমবায় আন্দোলন সম্পৰ্কে

(ক) বে-চৰকাৰী সমবায় সংঘ—প্ৰাদেশিক আৰু আঞ্চলিক সমবায় বিলাকৰ কাম ধৰ্মপ্ৰচাৰকৰ দৰে প্ৰেৰণাৰ উৎস হ'ব লাগিব। সিও ক্ৰমে আমোলাতন্ত্ৰৰ দৰে 'ফাইল'ৰ ফিটাৰ বান্ধতে চাব-মোহৰ মৰাতে দিনটো কটোৱা বিধৰ হ'লে নচলিব। সংঘৰ কাম গাঁৱে-ভূঁয়ে গৈ দুৰুহ হলেও 'অবুজনক বুজোৱা ধেৰুৱাঠাৰি সিজোৱা' এই টান কামটো অকিচত বহি 'লাট চাহাবৰ থানা' তৈয়াৰ কৰিব পৰা থানচামাৰ পৰাও এই কাম নিসিজে।

(খ) আগতে কেইবাবিধো ধাৰত যেনে — কাবুলীৰ, মহাজনৰ (দুয়োবিধ) তিৰোতাৰ মাকৰ ঘৰৰ পৰা অনা অলংকাৰ বন্ধকত দি অনা ধাৰ আছেই, সকাম-নিকাম, বিয়া-সবাহত অনা ধাৰ সোপাৰ কথা নক'লেও হ'ব। এনেদৰে পোতথাই থকা ধৰুৱাক প্ৰথমতে এইবিলাকৰ সাতডাল টাঙোনৰ পৰা আগধৰি ৰক্ষা কৰি ল'ব লাগিব। তাৰ উপায় এই-বিলাক ধাৰ তামাদি নোহোৱাকৈ, অন্ততঃ পাঁচ বছৰলৈকে আইন কৰি Moratorium declare কৰক ; অৰ্থাৎ ধৰুৱাই পাঁচ বছৰলৈকে মোকৰ্দমা বা আন ধৰণৰ তাগিদা দিব নোৱাৰা ব্যৱস্থা কৰিব লাগিব। নহ'লে সমবায় পদ্ধতিত কম সুদত খেতি-বাতি, ভঁৰাল ঘৰৰ বাবে যি ধন সমবায় বেংক বিলাকৰ পৰা ধাৰ কৰে, তাৰে আধা এইবিলাক ধৰুৱাৰ সুদ দিওঁতেই শেষ হয়। গতিকে, খেতি-খোলাৰ কামত সম্পূৰ্ণ থটুৱাব নোৱাৰে। ফলত, লাক-পাক খেতি, বেংকৰ সাধনীয়াৰ গ'লে ঘৈণীয়েকে 'তেখেত ঘৰত নাই, বেংকৰ ধাৰ মাৰিবলৈকে ধন বিচাৰি গৈছে' বুলি কৈ ভিতৰ সোমায়। গিৰীয়েক ভিতৰত শহাকণীয়া হৈ চকু থিৰ কৰি



সকলো কথোপকথন শুনি থাকে। ল'ৰাই 'পিতাই মানুহ আহিছে' বুলিলে পাছ ফালেদি চোটোৱাই লৈ যায়। এই ব্যৱস্থা নকৰিলে 'সমবায়' আন্দোলনৰ ঢৌত উটি যাব পাৰিব, কিন্তু ক'তো খোপনি ল'ৰৰ উপায় নাথাকিব। এই পাঁচ বছৰে ধৰুৱা কৃষকজনৰ ধাৰে নিয়া ধন খেতি-খোলাৰ কামত প্ৰকৃততে খটাইছেনে নাই খটোৱা, খেতি-বাতি সম্বন্ধে বিভাগীয় কৰ্তৃপক্ষই সকলো প্ৰকাৰৰ দিহা-পৰামৰ্শ সা-সুবিধা দিবলৈ, নিজৰ ঘৰখন চলাওঁতে যিটো মনযোগ দিয়ে, সেই মনযোগেৰে কাম কৰিবলৈ ধৰক, মোৰ নোপোৱা খেতিয়কে মোৰ পাব, মনলৈ সাহ-উদ্যম আহিব, মন এবাৰ উধালে, ধাৰে হেঁচামাৰি ধৰা কঁকালো পোন হ'ব, দেহাও তৰিব বেহাও চলিব, ঘৰজেউতিয়ে আকৌ ঘৰত বাস ল'ব, পূৰ্বৰ ধৰুৱাৰ ধাৰ মাৰিবৰ জোখেৰে উপাৰ্জন হ'ব। আমি সদায় পৰামৰ্শ দি আহিছো যে আজি-কালি স্থানীয় পঞ্চায়ত বিলাকে সেই ঠাইৰ সমিতি বিলাকে ধাৰলৈ বিচৰা লোকসকলৰ বিষয়ে ধাৰৰ পৰিমাণ, কিহত খটুৱাব, পাছত উৎপন্ন শস্যৰ পৰা এই ধাৰ মাৰিবলৈ ধৰুৱা সকলক সধা দায়িত্ব পঞ্চায়তক দি, তেওঁলোকক ধাৰে দিয়া আৰু ধাৰ পৰিশোধ কৰা কামত পঞ্চায়তৰ দায়িত্ব ব্যৱস্থা কৰিলে ধৰুৱাও তৰিব, বেংকো নিয়মমতে চলিব। মুঠতে, সমবায় সমিতিৰ ধাৰে দিয়া আৰু পৰিশোধ কৰা কামত গাঁৱৰ দায়িত্ব থকা কোনো প্ৰকাৰৰ বিধান ন'হলে, বৰ্তমানৰ চৰিত্ৰহীন সমাজত সমবায় প্ৰচেষ্টা সফল হোৱা কথা ভাবিব নোৱাৰি।

(গ) সমবায় সমিতি বিলাকৰ বিৰুদ্ধে ৰিপোৰ্ট (যি সূত্ৰতে নাপাওক) পোৱা মাত্ৰে, তেতিয়াই তদন্ত হোৱা উচিত। কিন্তু শতকৰা পয়সত্তৰ ভাগ ৰিপোৰ্টৰ ওপৰত কেইবা মাহ নেলাগে, কেইবা বছৰেও তদন্ত নোহোৱা দৃষ্টান্ত অনেক পোৱা যায়। তদুপৰি ধন খোৱাটো প্ৰমাণ হ'লেও, ধনখিনি দি দিলে দোষীক এৰি দিয়া হয়। এই কামে অসৎ পথ আৰু বহল কৰি দিয়ে। দণ্ডলৈ ভয় নথকা হয়। বিভাগীয় কৰ্মচাৰী যদি হয় তাক গাপ দি থৈ শেহত কি হ'ল কোনেও তাৰ সম্ভেদ নাপায়। বিভাগীয় যি সকল অফিচাৰৰ দোষত এইদৰে ধন আত্মসাৎ কৰিবলৈ পায়, তেনে ক্ষেত্ৰত এই অফিচাৰ সকলক বিশেষভাৱে দণ্ড দিয়া নহয়। সামান্য দাবি-ধমকিৰ দৰে ব্যৱস্থা লৈ এৰি দিয়া হয়।

এনে বিলাক কামত দলীয় স্বাৰ্থত বহুত ক্ষেত্ৰত তেনে দলৰ লোকে হস্তক্ষেপ কৰাতো বিভাগীয় কৰ্তৃপক্ষই ঠিক বিচাৰ কৰিব নোৱাৰে।

(ঘ) চৰকাৰৰ সমবায় বিভাগ 'আমোলা তন্ত্ৰী' মুখী নহৈ সমাজ সেৱা বিভাগৰ আদৰ্শত মুখে-কামে একে হৈ সমবায় প্ৰচেষ্টা ফলৱতী কৰিবই লাগিব—এই প্ৰেৰণাত উদ্বুদ্ধ হৈ দৃষ্টান্ত স্বৰূপ হ'ব লাগিব। তেতিয়া লগে লগে জনসাধাৰণক এই প্ৰচেষ্টাৰ অভিমুখী কৰি তুলিবলৈ জনসাধাৰণৰ এই বিষয়ে চেতনা আনিবলৈ প্ৰাদেশিক সংঘই মিশ্যনেৰী আদৰ্শত এদল প্ৰচাৰক তৈয়াৰ কৰিব লাগিব, যিটো দলে সেই কাম ধনতকৈ ধ্যানৰ বস্তু বুলি গ্ৰহণ কৰে। সমাজ এই বিষয়ে সচেতন ন'হলে চৰকাৰী বিষয়াই নিজৰ ক্ষমতাৰ বলত এই কাম কেতিয়াও সাধিব নোৱাৰে। সমবায়, পঞ্চায়ত, মাৰবন্ধা গাওঁ, জনতাৰ অৰ্থনীতি, দুৰ্নীতি, পাঠ্যক্ৰম, সামাজিক শিক্ষা বিভাগৰ অপৰিহাৰ্য শিক্ষণীয় বিষয় এতিয়াও হৈ নুঠাতো, শিক্ষা বিভাগৰ অনীতি আচৰণ বুলি ক'ব খোজো। দেশ স্বাধীন হোৱাৰ পাছত প্ৰত্যেকখন গাৱঁতে এখন পঞ্চায়ত, এটা স্কুল, এখন সমবায় সমিতি স্থাপনৰ ওপৰতেই গ্ৰাম স্বৰাজ স্থাপিত হ'ব বুলি দেশৰ প্ৰকৃত জৱাহৰৰ (Diamond) মুখত 'ৰাজনৈতিক বেদ-বাক্য' ওলোৱা কথা পাহৰিলে নচলিব। আজি এই তিনিও বিষয়ে শিক্ষাৰ গুৰিয়াল সকল সম্পূৰ্ণ উদাসীন হৈ চলিছে। আমি এই বিষয়ে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষসকলৰ দৃষ্টি আকৰ্ষণ কৰিও হতাশ হৈ পৰিছো।

(শ্ৰীদিলীপ চৌধুৰীৰ 'নীলমণি ফুকনৰ চিন্তাধাৰা' কিতাপৰ পৰা উদ্ধৃত)

## ঃ তৰুণ সম্প্ৰদায়লৈ কৰাৰ আহ্বান ঃ

মোৰ জীৱনত তোমালোকৰ মাজত গোটেই জীৱনটো একৰকম কটাই আহিছোঁ। এতিয়া কটাম যি কেইটা দিন আছোঁ। তোমালোকে নমনাও নহয় মানাও; কিন্তু তোমালোকে গোটেইখিনি ৰক্ষা কৰিব নোৱাৰা বা মৰেই কওঁতে ঠিকমতে হয়তো তোমালোকৰ অন্তৰত সোমাই ক'ব পৰা নাই—হ'ব পাৰে। কিন্তু মোৰ অন্তৰৰ এইটোৱেই কথা যে, তোমালোকৰ বাহিৰে অইনে দেশ গঢ়িব নোৱাৰে। এইটো সকলো



ঠাইতে। নল মৰে গজালি উঠে। গজালিটো আগৰ নলডালৰ দৰে shape নল'ৰ পাৰে, অলপ বেলেগ হ'ব পাৰে। কিন্তু সেই শক্তি তাৰ পৰা আহিবই। আকৌ সি মৰিব, আকৌ এটা আহিব। কাজেই মানুহৰ জাতি এটা জীয়াই থাকে next generation-অত। জাতি এটা অমৰ সেই Senseঅত।, কাৰণ মানুহটোতো মৰিবই। ধৰা এশ বছৰত। মইয়েই এশ বছৰ থাকিলো যেনিবা তাতকৈতো নহয়। তেন্তে মোৰ সময় গ'ল। কাজেই মই জীয়াই থাকিম ক'ত? তোমালোকৰ হাতত। মই মৰি গলে যদি মোৰ আদৰ্শত, মই কোৱা কথাখিনিক যদি স্মৰণ কৰি পেলাই সেইমতে কাম কৰিবলৈ দৰ্কাৰ বুলি ভাবা তেতিয়াই মই জীয়াই আছো আৰু মোৰ কথাখিনিয়ে যদি তোমালোকৰ উপকাৰ নকৰিলে, অপকাৰেই কৰিলে সেই মুহূৰ্ততে মই মৰিলোঁ। সেইটো দেখা কথা। কাজেই জাতিটো জীয়াই থাকে এই নতুনকৈ উঠি অহা ডেকা শক্তিত। কাজেই তোমালোকৰ তৰুণ শক্তিটো নিশকতীয়া নকৰিবা। নিজৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক দুৰ্বলতাৰে নিজৰ তৰুণ শক্তিটোক বিকল নকৰিবা, বিকলাংগ নকৰিবা। আৰু তোমালোকৰ ভবিষ্যৎ সদায় উজ্জল—এইটো বিশ্বাসেৰে কাম কৰিবা। মনৰ আনন্দ, শৰীৰৰ শক্তি আৰু নৈতিক স্থিৰতা এই তিনিটাই হৈছে জীৱন। তিনিটাৰ ভিতৰতে জীৱন গঢ়িলে সেই জীৱন বহুদিন, যি কেইদিন থাকক, অশান্তিত নাথাকে, অস্বস্তি বোধ নকৰে। শাৰীৰিক, মানসিক, আধ্যাত্মিক কোনো ব্যাধিয়ে ধৰিব নোৱাৰে। এইটোৱেই মোৰ ক'বলগীয়া কথা। বহুত সময় ল'লো—আৰু নোকোৱাই ভাল।

(বিশ্ব-শান্তি পৰিষদত কৰা—বাৰ্লিনত কি দেখিলো"—শ্ৰীপবিত্ৰ তালুকদাৰৰ কিতাপখনৰ পৰা উদ্ধৃত।)

## ঃ অসমীয়া জাতীয়তাবাদৰ সম্পৰ্কে ঃ

প্ৰশ্ন ঃ—অসমীয়া জাতীয়তাবাদৰ বিষয়ে নীলাচল কাকতে যি লানি প্ৰবন্ধ প্ৰকাশ কৰিছে তাক আপুনি কেনেভাবে গ্ৰহণ কৰিছে? নীলাচলৰ এই আদৰ্শ আপোনাৰ গ্ৰহণযোগ্য হৈছেনে? ভবিষ্যতৰ পদক্ষেপৰ বিষয়ে বয়োজ্যেষ্ঠ নেতা হিচাপে কিবা পৰামৰ্শ দিবনেকি?

উত্তৰ ঃ—তুমি কৰা প্ৰশ্ন বিলাকৰ উত্তৰ অলপতে শ্ৰীনগেন শইকীয়াই

নীলাচলত লেখা কথাখিনিতেই কিছু প্ৰকাশ পাইছে। গুৱাহাটীত বহা কংগ্ৰেছ অধিবেশনৰ সময়ত তদানীন্তন ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰাগান্ধীলৈ লিখিছিলো—I believe, the time for party government system is over. I feel somehow, the time for Intellectual oligarchy is coming, so long pen is mighter than sword, I feel, is only a Political slogan, Sword is still deciding all kinds of international or national knotty problems ultimately by it. Now, this coming oligarchy may actually decide those problems by pen, instead of sword, still proving rather mighter than pen. Now, I am bedridden 98 years and six months. So, at the moment of breathing my last, I feel more and more that coming oligarchy only will prove that pen is really mighter than sword.

গতিকে নীলাচলৰ এই আদৰ্শ যে মোৰ পক্ষে সম্পূৰ্ণ গ্ৰহণযোগ্য হৈছে সেইকথা নক'লেও হ'ব। নীলাচলৰ প্ৰথম সংখ্যাতে মোৰ এই ভাৱ প্ৰকাশ পাইছে। গতিকে তোমাৰ প্ৰশ্নৰ উত্তৰ একৰকম তেতিয়াই দি যোৱা হৈছে। তথাপি তেতিয়াৰ পৰা আজি পৰ্যন্ত নীলাচলে এই আদৰ্শৰ পৰা অলপো আঁতৰি যোৱা নাই, বৰঞ্চ সেই আদৰ্শ সম্পূৰ্ণৰূপে মানি চলি আহিছে, সেই কথা আজি আমি ৯৮ বছৰৰ দেওনা পাৰ হৈ গৈও বিশ্বাসেৰে ক'ব খুজিছো আৰু ভৱিষ্যতেও আদৰ্শভ্ৰষ্ট হ'ব বুলি মনে নধৰে। গতিকে আজি তুমি জাতীয়তাবাদী আদৰ্শৰ বিষয়ে যি এটা স্পষ্ট উত্তৰ দিবলৈ আমাক অনুৰোধ কৰিছা, সেই প্ৰশ্নৰ বৰ্তমান একৰকম আৱশ্যকতাৰ যুগত স্পষ্টীকৰণৰ দৰ্কাৰ হৈছে বুলি মই ভাবো।

গতিকে তুমি বাকী যি কেইটা প্ৰশ্ন কৰিছা তাৰ উত্তৰ দিব খুজিছো এনেধৰণে।

প্ৰশ্নঃ—অসমীয়া জাতীয়তাবাদৰ আৱশ্যকতাৰ বিষয়ে আপোনাৰ মতামত কিছু জনাবনে ?

উত্তৰঃ—অসমীয়া জাতীয়তাবাদ সম্পৰ্কে ক'ব খোজো যে অসমৰ কিয় সমষ্ট জগতেই এতিয়া জাতীয়তাবাদ ৰাজনৈতিক ক্ষেত্ৰত গ্ৰহণ



কৰিব লাগিবই বুলি মোৰ অটল বিশ্বাস। কাজেই সমস্যা বহুল অসমত এই আদৰ্শ যে আৰু অতি প্ৰয়োজনীয় সেই কথা নকলেও হ'ব।

প্ৰশ্নঃ—আমি জনাত অসমীয়া জাতীয়তাবাদৰ ধাৰণা প্ৰচাৰ আৰু প্ৰসাৰৰ অৰ্থে আপুনি অসম সংৰক্ষিনী সভাৰ জৰিয়তে আন্দোলন কৰিছিল। তাৰ বিষয়ে কিছু কথা ক'বনে ?

উত্তৰঃ—হয় কৰিছিলো। সেই কাৰণে আমি ক'ব খোজা যে সংৰক্ষিনী সভাৰ আদৰ্শক অসমৰ কিয় জগতৰ সকলো জাতিৰেই আদৰ্শনীয় বস্তু বুলি গ্ৰহণ কৰা উচিত।

প্ৰশ্নঃ—অসমীয়া জাতীয়তাবাদ বুলি ক'লে সৰ্বভাৰতীয় দৃষ্টিকোণৰ পৰা সংকীৰ্ণ মনা হয় বুলি ভবাৰ কিবা থল আছে বুলি আপুনি ভাবেনে কি ?

উত্তৰঃ—এই প্ৰশ্নৰ উত্তৰত কওঁ যে অসমীয়া জাতীয়তাবাদ বুলি কলে সৰ্বভাৰতীয় দৃষ্টিকোণৰ পৰা আমি কোনো প্ৰকাৰৰ সংকীৰ্ণমনা হ'ম বুলি নাভাবো।

প্ৰশ্নঃ—অসমীয়া ভাষা সাহিত্যৰ স্বাধিকাৰ প্ৰতিষ্ঠাৰ আন্দোলনক বহুতে প্ৰতিক্ৰিয়াশীল কাৰ্য বুলি আখ্যা দিয়ে। আপোনাৰ মতামত কি ?

উত্তৰঃ—অসমীয়া ভাষা—সাহিত্যৰ সম্বন্ধে যি প্ৰশ্ন কৰিছা তাৰ উত্তৰত কওঁ এইটো সংকীৰ্ণ ভাবাপন্ন হ'ব নোৱাৰেই বৰঞ্চ এইটোৱেই একমাত্ৰ সকলো জাতিৰ পক্ষে উদাৰ-নীতি হ'বই লাগিব। এটা জাতিয়ে জাতীয়তাবাদ কি বস্তু আৰু ই যে অপৰিহাৰ্য এই কথা নুবুজিলে অন্তঃ-ৰাষ্ট্ৰীয় নীতিৰ কথা কেনে ধৰণে বুজিব এই কথা ভাবিবই নোৱাৰি। এই আদৰ্শ অপৰিহাৰ্য স্বাভাৱিক কথা বুলিয়েই ধৰিব লাগিব।

প্ৰশ্ন :—অসমীয়াই আত্মপ্ৰতিষ্ঠা, আত্মৰক্ষা আৰু আত্মবিকাশৰ অৰ্থে অসমত অগ্ৰাধিকাৰ বিচাৰিলে সৰ্বভাৰতীয় নীতিত কিবা অপকাৰ কৰা হয় নেকি ?

উত্তৰ :—নহয় বুলি মই স্পষ্টভাৱে ক'ব খোজো। অসমত অসমীয়াক অগ্ৰাধিকাৰ নিদিলে অসমীয়াক প্ৰাপ্যৰ পৰা বঞ্চিত কৰা হ'ব। ই অতি অন্যায় কথা হ'ব।

প্ৰশ্ন ঃ—অসমীয়া জাতীয়তাবাদী আন্দোলনৰ বাবে অসমৰ বাইজৰ উদাসীনতাৰ কাৰণ আপুনি কি বুলি ভাবে ? এই বিষয়ে কিছু পৰামৰ্শ

দিব নেকি ?

উত্তৰ :—এই প্ৰশ্নৰ উত্তৰত কওঁ অসমীয়া জাতিয়ে নজনাৰ দোষত ইয়াৰ ভৱিষ্যৎ কি হ'বৰ হ'ব পাৰে, সেইকথা বুজা নাছিল। কিন্তু আজি কেই বছৰমানৰ পৰা এই বিষয়ে অসম সাহিত্য সভাইও সক্ৰিয় ভাবে আলোড়ন দিয়াত সেই তৌৱে দেশব্যাপী এটা জাগৃতি আনিছে। এতিয়া নিৰক্ষৰ জনসাধাৰণেও বুজি উঠিছে যে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ অস্তিত্বৰ অবিহনে অসমীয়া জাতিৰ অস্তিত্বও যি কোনো মুহূৰ্তত বিপন্ন হোৱাৰ আশংকা আসন্ন হ'ব।

প্ৰশ্ন :—অসমীয়া জাতীয়তাবাদৰ ক্ষেত্ৰত খিলঞ্জীয়া অনা-অসমীয়া সকলৰ ভূমিকা কেনে হোৱা উচিত ?

উত্তৰ :—অসমত খিলঞ্জীয়া অনা-অসমীয়া সকলৰ বিষয়ে যিটো প্ৰশ্ন কৰিছা তাৰ উত্তৰত ক'ব খোজো যে এতিয়া অসমীয়া জাতিৰ এই আত্মচেতনা অহাৰ পাছত তেওঁলোকেও পূৰ্বৰ মনোভাৱ ত্যাগ কৰিছে। তেওঁলোকেও বুজিছে যে অসমীয়া জাতিৰ এতিয়া আত্মচেতনা জাগৃত হৈ উঠিছে, তাক বাধা দিব পৰা বাহিৰৰ কোনো শক্তি নাই। গতিকে তেওঁবিলাকে এই ক্ষেত্ৰত সহযোগিতা কৰাহে তেওঁলোকৰ পক্ষেও মঙ্গলজনক হৈ উঠিব, এই কথা অন্তৰৰ পৰা অনুভৱ কৰিছো।

প্ৰশ্ন :—এই ক্ষেত্ৰত বুদ্ধিজীৱী সকলৰ ভূমিকা কেনে হোৱা উচিত ?

উত্তৰ :—ইয়াৰ উত্তৰত ক'ব খোজো যে তেওঁলোকে নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে ৰাজনীতিক অৱলম্বন কৰি থাকিবৰ দিন উকলিল বুলি ভাবো। নাভাবিলে ৰাজনৈতিক কুটনীতিয়ে তেওঁলোকৰ ব্যক্তিগত স্বাৰ্থৰ, খপ-খপ কৰে উঠি যোৱা জখলাটো আৰু হ'ব নোৱাৰে। জনতাৰ জনাৰ্দনৰ যুগ বাৰিষাৰ বানপানীৰ দৰে কোনো বাধা নমনাকৈ প্ৰবল বেগে আহিবলৈ ধৰিছে। তাত তেওঁলোকে বধা দিবলৈ গলে নিজে বাৰিষাৰ বানপানীত কল-পটুৱাৰ ভুঁৰখনৰ দৰে গেলি-পচি উটি-বুৰি নষ্ট হ'ব সেই বিষয়ে আমাৰ নিজৰ কোনো সন্দেহ নাই।

প্ৰশ্ন :—অসমীয়া জাতীয়তাবাদৰ ক্ষেত্ৰত অসমৰ নতুন পুৰুষে কেনে ধৰণৰ ভূমিকা গ্ৰহণ কৰা উচিত ? এই বিষয়ে আপুনি তৰুণ সকলক কিবা পৰামৰ্শ দিবনে কি ?



উত্তৰ :—এই ক্ষেত্ৰত নতুন পুৰুষৰ ভূমিকা অতি গধুৰ। দেশৰ ভৱিষ্যৎ নিয়ন্তা তৰুণসকলৰ এই চেতনা জাগৃত নহ'লে দেশৰ ভৱিষ্যৎ যে অন্ধকাৰ তাক দোহাৰিবৰ সকাম নাই। এটা জাতিৰ মেৰুদণ্ড স্বৰূপ তৰুণসকলে সেয়ে সময়ৰ গতি-বিধি লক্ষ্য কৰি সকলোৰে মাজত জাতীয় চেতনা জগাই তুলিব লাগিব। সেয়ে মই দেশৰ ধৰণী স্বৰূপ তৰুণ সকলক অনুৰোধ কৰো যে তেওঁলোকৰ আত্মচেতনা জাগৃত কৰাৰ লগে লগে জাতীয় চেতনা জাগৃত কৰি নিজৰ আৰু দেশৰ ভৱিষ্যতৰ বংসধৰসকলৰ প্ৰতি থকা নিজৰ দায়িত্বৰ কথা সদায় মনত ৰাখে।

প্ৰশ্ন :—অসমীয়া জাতীয়তাবাদক স্বাৰ্থপৰ, সংকীৰ্ণমনা আদি আখ্যা দিয়া সকলক আপুনি কি বুলি ক'ব ?

উত্তৰ :—একেবাৰ কথাৰে ক'বলৈ হ'লে তেওঁলোকে এতিয়া সেই মনোভাৱ ৰাখিলে নিজৰ ভৰিত নিজে কুঠাৰ মাৰি নিজে বিকলাংগ হ'ব।

প্ৰশ্ন :—এই ক্ষেত্ৰত অসম চৰকাৰৰ ভূমিকা কেনে হোৱা আৱশ্যক ?

উত্তৰ :—এই ক্ষেত্ৰত ক'ব খোজো এই স্বাৰ্থপৰ তথা-কথিত 'নেতা'ৰ লগত সহযোগ নকৰি জনসাধাৰণৰ লগত নিজে সম্পূৰ্ণৰূপে সহযোগ কৰা উচিত।

প্ৰশ্ন :—অসমৰ বিভিন্ন ৰাজনৈতিক দলৰ নেতাসকলৰ দায়িত্ব এই ক্ষেত্ৰত কেনে হোৱা উচিত ?

উত্তৰ :—ভাওনাত ওলোৱা জাকৰুৱা ৰজাৰ দৰে বুলিয়েই এওঁলোকক ভাবিবা। ভাওনা শেষ হলেই ভাৱৰীয়া ৰজাবিলাকে যেনেকৈ মুখাবিলাক খুলি য'তে ত'তে লাংখাই পৰি টোপনিয়াই থাকে, ঠিক তেওঁলোকৰ শাৰীৰ। কাজেই এই জাকৰুৱা নেতা সকলৰ কথাত সহজে ভোল নাযাবা। চাই-চিতি বাট বুলিবা।

প্ৰশ্ন :—আপুনি অসমৰ সকলো জাতীয় আন্দোলনৰ লগত জড়িত। তাৰ উপৰিও অসমৰ প্ৰথম একমাত্ৰ দৈনিক কাকত 'দৈনিক বাতৰি'ৰ সম্পাদনা কৰিছিল। গতিকে এই ক্ষেত্ৰত অসমৰ বাতৰি কাকত বিলাকে কেনে ভূমিকা লোৱা উচিত ? আপুনি কিবা পৰামৰ্শ আগবঢ়াব নেকি ?

উত্তৰ :—দেখাতেই কোনো ৰাজনৈতিক দলৰ লগুৱা নহৈ সেই সেই দল বিলাকক সুপথে যাবলৈ সদায় সকিয়াই থাকিব লাগিব। অৰ্থাৎ সেই দল বিলাকৰ নেতাসকলক সদায় সুবাটে যাবলৈ সুপৰামৰ্শ

দি থাকিব লাগিব আৰু জনতাই এই বিষয়ে কেনে ধৰণৰ আচৰণ কৰিব লাগে, সেই কথা ঘৰুৱা ভাষাৰে নিৰক্ষৰ জনেও তাৰ সাৰমৰ্ম বুজিব পৰাকৈ সকলো সময়তে তেওঁলোকৰ কাকতত সেই খবৰ-বাতৰি দি থাকিব লাগিব। এই ক্ষেত্ৰত বাতৰি কাকতৰ ভূমিকা অতি গধুৰ।

ককাৰ লগত এই গ্ৰন্থৰ লেখকৰ সাক্ষাৎকাৰ।

[ ১৯৭৮ চনত ৪ জানুৱাৰী সংখ্যা সাপ্তাহিক নীলাচলত প্ৰকাশিত ]

## পৰিশিষ্ট [খ]

(১) **ঃ জীৱন পঞ্জী ঃ**

**জন্ম**—২২ জুন, ১৮৮০ চন।

**শিক্ষা**—ডিব্ৰুগড় বঙলা ছাত্ৰ বৃত্তি স্কুল ১৮৯৩; ডিব্ৰুগড় চৰকাৰী হাইস্কুল, এণ্ট্ৰেঞ্চ ১৯০০; কলিকতাৰ প্ৰেছিডেঞ্চি, কটন কলেজ এফ.এ ১৯০৫; কোচবিহাৰ ভিক্টোৰিয়া কলেজ, বি. এ ১৯০৭; কলিকতাত আইন শিক্ষা।

**কৰ্ম**—হেডমাষ্টৰ জৰ্জ ইনষ্টিটিউচন ১৯১১-২৫, 'নীলমণি' চাহ বাগিচা ১৯২৫, সম্পাদক—'সাপ্তাহিক বাতৰি,' 'দৈনিক বাতৰি' ১৯৩১-৩৬, 'আলোচনী', 'ন-জোন' ১৯৩৪, সাদিনীয়া অসমীয়া, কংগ্ৰেছত যোগদান ১৯৩৫, আসাম লেজিছলেটিভ কাউন্সিলৰ সদস্য ১৯২১-২৭, আসাম লেজিছলেটিভ এছেম্বলিৰ সদস্য ১৯৪৮-৫৭, অসম সাহিত্য সভাৰ সভাপতি—শিৱসাগৰ ১৯৪৪, ডিব্ৰুগড় ১৯৪৭

**সন্মান আৰু প্ৰাপ্তি**—সদস্য মহত্তম (Fellow) ভাৰতীয় সাহিত্য অকাডেমী, অনাৰেৰী ডক্টৰ অৱ লিটাৰেছাৰ—গুৱাহাটী বিশ্ববিদ্যালয়, সাহিত্যিক পেন্সন, পদ্মশ্ৰী (অৱশ্যে গ্ৰহণ নকৰিলে), ৰাজনৈতিক পেন্সন।



ৰাজগীৰত সন্তবিনোৱাজীৰ লগত ককা।



ডিব্ৰুগড়ত মফিজুদ্দিন আহমেদৰ শতবাৰ্ষিকী অনুষ্ঠানত ভাষণৰত ককা।



যোৰহাটত মহাত্মাগান্ধী জন্ম শতবাৰ্ষিকী উৎসৱত বাপুজীৰ প্ৰতিকৃতি উন্মোচন কৰা অৱস্থাত ককা।



কালেলকাৰ আৰু আন সদস্যৰ লগত গৰ্কী ভৱনত গৰ্কী পৰিয়ালৰ সৈতে ককা।



এটি সম্বৰ্দ্ধনা অনুষ্ঠানত বিশ্বশান্তি পৰিষদৰ অন্যান্য সদস্য সকলৰ মাজত ককা।



পৰিষদৰ ভাৰতীয় মহিলা সদস্যা আৰু [illegible] সকলৰ মাজত ককা।
(সোঁফালৰ পৰা চতুৰ্থ জন)

## ঃ শ্ৰীনীলমণি ফুকনৰ জন্ম চক্ৰ ঃ

**জন্ম**—ফুকনৰ জন্ম হৈছিল ১৮০২ শকাব্দৰ আহাৰ মাহৰ ৭ তাৰিখে। ইংৰাজী ১৮৮০ খৃষ্টাব্দৰ জুনৰ ২২ তাৰিখ হয়। সেইদিনা দেওবাৰ শুক্লাত্ৰয়োদশী তিথি আছিল। ৰাতি অনুৰাধা নক্ষত্ৰৰ হয়। চৰণত জন্ম হৈছিল। বিছা ৰাশি, মীন লগ্ন। জাত পুৰুষৰ হৃদয়ত জন্ম। বুনিয়াদী গণনাত ৮৫ বছৰ মান আয়ুস হয়; কিন্তু লগ্নতে বৃহস্পতি স্বগৃহী হৈ থাকি আৰু লগ্নত চন্দ্ৰই দৃষ্টি ৰাখি আয়ুস দীঘলালে। ইফালে জ্যোতিষ শাস্ত্ৰৰ মত যে যতি-সন্ন্যাসী, বৈষ্ণৱ, সমাজ সেৱক আদিৰ আয়ুসত জ্যোতিষ নাখাটে, তেওঁলোকৰ সেৱাৰ লক্ষ্য সিদ্ধি নহয় মানে আয়ুস দীঘল হৈ যাব পাৰে।

**জন্ম চক্ৰ**—শুক্ল পক্ষত মিথুনত ৰবি থকাত মহাদশা দিনত আৰু চন্দ্ৰৰ ২য় দ্বাদশত সপ্তগ্ৰহৰ গ্ৰহ নথকাত কেমদ্ৰুম যোগত ককা জন্ম হৈছিল। জ্যোতিষ শাস্ত্ৰই কয় যে এনেকুৱা যোগত জন্ম হ'লে ইন্দ্ৰতুল্য হ'লেও গা কৰিব নোৱাৰে। ধনস্থানত ইফালে শনি বৃহস্পতিয়ে যদিও বহুত কুফল কাটি দিলে তথাপি তেখেত অল্পধনেই ধনী হৈ ধনাধিপতি হ'ব নোৱাৰিলে।

লগ্নত স্বগৃহতে বৃহস্পতি থকাত অন্যান্য কুগ্ৰহবোৰে বেছি আউল লগাব নোৱাৰিলে। লগতে ক্ষেত্ৰ সিংহাসন উভৈচৰী আৰু বুধাদিত্য শুভযোগ আছিল। কলিকালত শুভ যোগৰ বল বৰ বোছ বুলি জ্যোতীষ। গৰ্গমুনি, বৰাহমিহিৰ আদিয়ে কয়। ২৪/২৫ বছৰ আয়ুৰ সৈ অহা জাতকো এশ বছৰ পৰ্য্যন্ত জীৱ পাৰে সমাজ সেৱাৰ লক্ষ্য থাকিলে। চাৰিটা গ্ৰহ নীচস্থ থকাতো গুৰুৰ কৃপাত আৰু শুভ যোগবোৰৰ বলত হাঁহিমুখে জীৱনত 'ককা'ই ঘাত-প্ৰতিঘাট, দুখ-শোক ফুতে উৰাই থাকিল।

গুৰুৱে ৰাজ-পূজ্য আৰু প্ৰজা মান্য কৰিলে, চাৰি কেন্দ্ৰীগ্ৰহে সন্ন্যাস দিলে; কেমক্ৰমে জন্মস্থান এৰুৱালে; শনিয়ে আৰ্জিত সম্পত্তি কাঢ়ি নিলে আৰু প্ৰাণে-গৰকী ক্ৰৰভাষী কৰিলে; গুৰু চন্দ্ৰৰ দৃষ্টিয়ে আৰু সমাজ সেৱাই দীৰ্ঘায়ু কৰিলে; বুধে সুবক্তা বাগ্মী আৰু সুকবি কৰিলে, কল্পনা শক্তি দিলে, লগতে এই ক্ষেত্ৰত শুক্ৰয়ো যোগ দিলে; গুৰুৱে শাস্ত্ৰবিদ কৰিলে; ৰবিয়ে সংগ্ৰামত অজেয় কৰিলে; মঙ্গলে আৰু সন্ন্যাসে চিৰকুমাৰ কৰি পুত্ৰহীন কৰিলে; চন্দ্ৰই সমাজ-সেৱক কৰিলে; স্ব-বাক্যভাষী হোৱাত আহাৰ মাহেও সহায় কৰিলে; অনুৰাধাই ভ্ৰমণ-তৎপৰ আৰু বিদেশগামী কৰিলে। কৰ্মস্থানত মঙ্গলৰ অৰ্দ্ধদৃষ্টিয়ে আৰু গুৰু ক্ষেত্ৰত জন্মই জাতকক ভূমি লাভ দিয়ে আৰু খেতি-বাতিত ৰতি-প্ৰীতি দিয়ে। সেয়ে চাহ খেতিত লাগিছিল আৰু গুৱাহাটীত ভূমি লাভ হয়।

---

[ শ্ৰীশশী বৰবৰুৱাৰ 'কবি শিৰোমণি ককা বাগ্মীবৰ নীলমণি ফুকন' নামৰ কিতাপৰ পৰা লোৱা হৈছে]

## ঃ ফুকনৰ ৰচনাৱলী ঃ
(প্ৰকাশিত)

১। জ্যোতিকণা— (১৯৩৮) এশ আঠটা কবিতাৰ সমষ্টি। ইয়াত কবিয়ে জ্যোতিকণাৰ পোহৰত জগতৰ পদাৰ্থ সমূহক চাবলৈ শিকাইছে।

২। সাহিত্য কলা— (১৯৪০) এইখন গদ্যত ৰচিত এখন অসমীয়া সাহিত্য বিষয়ৰ সমালোচনা গ্ৰন্থ।

৩। জয়াতীৰ্থ— (১৯৪১) সতী জয়মতীৰ জীৱন সম্পৰ্কে ৰচিত গ্ৰন্থ।

৪। চিন্তামণি— (১৯৪২) এইখন গদ্যত ৰচিত গ্ৰন্থ। ইয়াত জীৱনৰ নানা চিন্তাৰ বিষয়ে লিখা প্ৰবন্ধ সংগ্ৰহ।

৫। মানসী— (১৯৪৩) ষোলটা কবিতাৰ স্তূপ। ইয়াত কবিয়ে অতীন্দ্ৰিয়বাদী সৌন্দৰ্যৰ সন্ধানত ব্ৰতী হৈছে।

৬। গুটিমালী— (১৯৫০) ইয়াত কবিয়ে গাঁৱলীয়া প্ৰেমিকাৰ সহজ, সৰল জীৱনৰ এটি চিত্ৰ দাঙি ধৰাৰ উপৰিও অসমীয়া গাঁৱলীয়া জীৱনৰ এটি ফুটাই তুলিছে।

৭। অমিত্ৰা— (১৯৫২) এইখন অমিত্ৰাক্ষৰ ছন্দত লিখা কবিতা পুথি। ইয়াত ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিষয়ে কোৱা হৈছে।

৮। জিঞ্জিৰী— (১৯৫২) ইয়াত ছয়ত্ৰিশটা কবিতা সন্নিবিষ্ট কৰা হৈছে। এইখন ১৯৪২ চনৰ জেল জীৱনৰ অভিজ্ঞতাৰ এক বাস্তৱ দলিল বুলি ক'ব পাৰি।

৯। মহাপুৰুষীয়া ধৰ্ম— (১৯৫২) ইয়াত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ প্ৰৱৰ্তিত নৱবৈষ্ণৱ ধৰ্মৰ বিশ্লেষণ কৰি দেখুৱা হৈছে। এইখন গদ্যত ৰচিত।

১০। সন্ধানা— (১৯৫৩) ইয়াত ফুকনদেৱে সত্য সন্ধানৰ জয় যাত্ৰাৰ পথ দেখুৱাইছে।

১১। আহুতি— (১৯৬১) আহুতি নামটোৱেই ইঙ্গিত ধৰ্মী। ইয়াত পঞ্চাশটা ইন্দ্ৰিয়ক বেয়া কৰ্মৰ বাবে আত্মশুদ্ধিৰ জলন্ত অগ্নিত পুৰি মৰাৰ পথ দেখুৱা হৈছে।

১২। শতধাৰা— (১৯৬২) ইয়াত এশটা কবিতা আছে। ইয়াত মনৰ চিন্তাৰ শতধাৰাক একত্ৰিত কৰি এক সত্যৰ সন্ধানৰ বাৰ্তা দিয়াৰ চেষ্টা কৰা হৈছে।

১৩। মৰ্মবানী— (১৯৬২) ইয়াত একুৰি তিনিটা কবিতা আছে। ইয়াত বৈজ্ঞানিক ধ্বংস লীলাক গৰিহণা দি মানৱজাতিক বচাবলৈ ভগৱানক প্ৰাৰ্থনা জনাইছে।

১৪। ভক্তিমাৰ্গ দৰ্শন—(১৯৬৩) এইখন গদ্যত ৰচিত। ইয়াত ভক্তিতত্ত্বৰ গূঢ় ৰহস্যৰ বিষয়ে ব্যাখ্যা কৰা হৈছে।

১৫। মৰাডালত কুঁহিপাত— (১৯৬৫) ইয়াত কবিয়ে আত্ম-অনুভূতিৰ সূক্ষ্ম প্ৰকাশ কৰিছে।

১৬। তৰুণ অসম— (১৯৬৫) ইয়াত কবিয়ে ভবিষ্যৎ দেশ গঢ়াত তৰুণ সকলক কৰ্তব্যলৈ আঙুলিয়াই দেখুৱাইছে।

১৭। বাৰ্লিনত কি দেখিলো— (১৯৬৯) ইয়াত ফুকনদেৱে জাৰ্মানী আৰু বাৰ্লিনৰ বিষয়ে বিশদ আলোচনা কৰিছে। এইখন ভ্ৰমণ-বৃত্তান্তমূলক গ্ৰন্থ।

১৮। কীৰ্তনৰ লৰণু— (১৯৭৩) ইয়াত কবিয়ে শ্ৰীমন্ত শংকৰদেৱৰ কীৰ্তনৰ তত্ত্বমূলক ব্যাখ্যা দাঙি ধৰিছে।

১৯। তুমিনো নোহোৱা কি? (১৯৭৩) ইয়াত কবিয়ে ভগৱানক উদ্দেশ্যি নেতিময়, ভাৱময়, নামময় আৰু বিশ্বৰূপ আদি চাৰিভাগত লেখা সত্তৰটা কবিতা সন্নিবিষ্ট কৰিছে।

২০। বাতৰিৰ বিভূতি (১৯৭৭) 'বাতৰি'ৰ সম্পাদকীয় সমূহৰ বচা-বচা ৫৮ সংখ্যাৰ সংকলন।



## ইংৰাজী ভাষাত লিখা পুস্তিকা

১। Aetiology of Hills movement.
২। Hills and Plains—Defence oriented.
৩। Federated Government of Hills and Plains.
৪। Assam Plains and Hills—Bulwark of India.
৫। Behaviour of the Brahmaputra in last sixty years (A Note.)

———

# অপ্ৰকাশিত

## অভিভাষণাৱলী

১। মেলেং ছাত্ৰ সন্মিলন— ২৫।৬।৩৩
২। অসম সুত সন্মিলন— ২৫।১০।৩৯
৩। কাকজান ছাত্ৰ সন্মিলন
৪। শুৱালকুচি ধৰ্মালোচনী সভা— ৩।৯।৪৯
৫। মিৰি সন্মিলন— ৪।৪।৪০
৬। চুটিয়া সন্মিলন— ২৫।১২।৪১
৭। কৈৱৰ্ত সন্মিলন—
৮। সাপেখাতি ৰায়ত সন্মিলন—
৯। অসম কৈৱৰ্ত সন্মিলনৰ অষ্টম অধিবেশন— ১০।৪।৩৮
১০। যোৰহাট অথৰিটি সন্মিলন— ১২।৫।৪০
১১। চাৰিগাওঁ মৌজাৰ কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশন— ২৭।৬।৩৯
১২। অসম জাতীয় মহাসভা তৃতীয় সন্মিলন— ৭।১২।৪২ ইত্যাদি

## ঃগ্ৰন্থঃ

১। মানস পুৰী
২। সহস্ৰধাৰা
৩। বুৰঞ্জীৰ ৰং
৪। বৃত্ত সম্ভাৰ
৫। উতসবানন্দ
৬। বীৰোচিত কাহিনী
৭। শ্ৰদ্ধাঞ্জলী
৮। অনন্ত কালৰ বাণী
৯। বিনোবা বিচাৰ
১০। নৱপত্ৰিকা
১১। তৰুণ ভাৰত
১২। ওঙ্কাৰ

* * *

